শিশু নাটিকাৱলী　　　　　　　　　　　　তৃতীয় স্তবক।

# সুৰ-বিজয়।

( সুৰলিপি সম্বলিত )

ৰচোতা
শ্ৰীকীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ
আৰু
শ্ৰীমুক্তিনাথ শৰ্ম্মা বৰদলৈ বি-এ

যোৰহাট
১৮৫৬ সক
প্ৰথম তাঙৰণ



বেচ খনে এটকা মাথোন।

# ভূমিকা

## কামৰূপীয় সঙ্গীত সাধনা

### কামৰূপীয় সভ্যতা

বৰ্ত্তমান শতাব্দিৰ আৰম্ভণীতে চুইডেনৰ বিখ্যাত ভূতত্ত্বজ্ঞ আৰু আবিষ্কৰ্ত্তা চেভেন হেডিন্ ( Sven Hedin ) চাহাবে মঙ্গলীয়াৰ গোবি মৰুভূমিৰ বালিৰ তলত পোতখাই থকা অতি সুসভ্য প্ৰকাণ্ড দেশ এখন আবিষ্কাৰ কৰিছে। সেই দেশৰ খনন কাৰ্য্য এতিয়াও আংশিক ভাবেহে হৈছে। যিমানখিনি ঠাই আৰু মহানগৰী কিছুমানৰ ধ্বংসস্তূপ এতিয়ালৈকে পোহৰলৈ আহিছে, তাৰপৰা বিশেষজ্ঞ সকলে অনুমান কৰে যে সেইখন মহাদেশ মিছৰ, আছিৰিয়া, বেবিলন আদি অতি প্ৰাচীন দেশবিলাকতকৈও বহুত পুৰাতন। পশ্চিম ভাৰতত ইদানীং আবিষ্কৃত হোৱা মহেন্দ্ৰ-জাৰো জনপদৰ সভ্যতাৰ সময় এতিয়াও পণ্ডিতসকলে থিৰাংকৈ উলিয়াব পৰা নাই। প্ৰাচীন কামৰূপৰ সভ্যতাও গোবি মৰুভূমিৰ তলত থকা মহাদেশখন, মিছৰ, আছি-ৰিয়া, বেবিলন আদি দেশ আৰু ভূগৰ্ভত প্ৰোথিত মহেন্দ্ৰজাৰো আদি দেশৰ সভ্যতাতকৈ যে প্ৰাচীন হলেও আধুনিক নহয়, তাক অনুমান কৰিবৰ বিশেষ কাৰণ আছে। কৌণ্ডিল্য, শোণিতপুৰ, প্ৰাগ্‌জ্যোতিষ আদি, স্মৃতিৰ অতীত কালৰে পৰা সভ্যতা আৰু কৃষ্টিৰ চূড়ান্ত নিদৰ্শনেৰে ভৰপূৰ, ঠাইবিলাকৰ ধ্বংসাৱশেষবিলাক কোনোবাই খানি উলিয়ালে নিশ্চয় এইটো প্ৰমাণিত হব যে প্ৰাচীন কামৰূপ সাম্ৰাজ্য ভাৰত বা মহাভাৰতৰ পৰা সম্পূৰ্ণ স্বাধীন আৰু সুকীয়া ৰকমৰ কৃষ্টি, সভ্যতাৰে পৰিপূৰ্ণ আছিল। বৰ্ত্তমান গুৱাহাটী, তেজপুৰ আদি ঠাইত মাটিৰ অলপ তলৰ পৰাই যি সামান্য পৰিমাণে শিলৰ ওপৰত কাৰুকাৰ্য্য কৰা মূৰ্ত্তি, স্তম্ভ আদি ওলাইছে, তাৰ পৰাই কামৰূপীয় সভ্যতাৰ প্ৰাচীনত্ব আৰু উৎকৰ্ষতাৰ কিছু নিদৰ্শন পোৱা যায়।* ভূতত্ত্বজ্ঞসকলৰ মতে যেতিয়া বঙ্গ, দক্ষিণ বিহাৰ, মধ্যভাৰত, ৰাজপুতনা আদি ঠাই অতল সিন্ধুৰ তলত সেই সময়ত অৰ্থাৎ ভাৰতলৈ প্ৰথম আৰ্য্যস্ৰোত অহাৰো কেইবা হাজাৰ বছৰৰ আগেয়ে দ্ৰাবিড়ী-তুৰাণীয় সভ্যতাৰ এখন প্ৰকাণ্ড মহাদেশ

আছিল। ক্রমে মহাসমুদ্র দক্ষিণ পশ্চিমলৈ হুঁহকি গলত ওপবত উন্নুকিওৱা বঙ্গ আদি ঠাইবিলাক জাগ দি উঠিল! সেই সময়বো হেজাৰ দিয়েক বছৰৰ পাচত হে ভ্ৰাম্যমাণ গৰু-মেষৰখীয়া ককেচীয় আৰ্য্যসকলৰ এটা ডাঙৰ দল ভাৰতৰ উত্তৰ পশ্চিম সীমান্তৰ গিৰিসঙ্কটেদি এই দেশত সোমাই উত্তৰ ভাৰতৰ এডোখৰ ঠাই ব্ৰহ্মাৱৰ্ত্ত নাম দি তাতে প্ৰথম আৰ্য্য উপনিবেশ স্থাপন কৰে। সেই উপনিবেশ স্থাপনৰ বহু শতাব্দিৰ পাচত হে আৰ্য্যসকলে তেওঁলোকৰ পৰিয়াল বৃদ্ধি হলত লাহে লাহে ভাৰতৰ দক্ষিণ-পূব অংশলৈ বিয়পি পৰি সেইবিলাক ঠাইৰ ভাৰতক্ষেত্ৰ, আৰ্য্যাবৰ্ত্ত আদি নাম দিয়ে আৰু কুৰুক্ষেত্ৰৰ আত্মধ্বংসী মহাযুদ্ধৰ পাচত হে হিমালয় বিন্ধ্যাচলৰ মাজৰ ভূভাগৰ মহাভাৰত বা ভাৰতবৰ্ষ নামাকৰণ হয়। সি যি কি নহওক, প্ৰাচীন কামৰূপ সাম্ৰাজ্য যে কোনো কালেই ভাষা-কৃষ্টি-সভ্যতা-আচাৰ-ব্যৱহাৰ আদি বিষয়ত, বা ৰাষ্ট্ৰ হিচাবেও ভাৰতবৰ্ষ বা মহাভাৰতৰ অন্তৰ্ভুক্ত নাছিল, এই কথা হিন্দুৰ প্ৰাচীন গ্ৰন্থ বেদ-পুৰাণ-উপনিষদ, বৌদ্ধ গ্ৰন্থবিলাক আৰু মুচলমান গ্ৰন্থাদিৰ পৰা বঢ়িয়াকৈ প্ৰমাণিত হয়। আধুনিক বুৰঞ্জী, প্ৰত্নতত্ত্ব-নৃতত্ত্ব বিষয়ক পুথি বিলাকৰ পৰাও আমি দেখিবলৈ পাওঁ যে কামৰূপ সাম্ৰাজ্যৰ দক্ষিণ-পশ্চিমৰ কিছু অংশ খ্ৰীষ্টিয় পঞ্চদশ শতিকামানৰ পৰা হে দিল্লীৰ মুচলমান বাদছাহসকলৰ অধীনলৈ আহে। বাকীখিনি অৰ্থাৎ ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পৰ্ব্বতীয়া জিলাবিলাক ইং ১৮২৬ চনৰ পৰা এতিয়ালৈকে লাহে লাহে বৃটিছ অধিকাৰলৈ আহি ৰাজনৈতিক সুবিধাৰ বাবে ইংলণ্ডেশ্বৰৰ ভাৰতসাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছে।

দৰাচলতে স্মৃতিৰ অতীত কালৰ পৰা খ্ৰীষ্টিয় উনৈশ শতিকাৰ মাজ ভাগলৈকে কামৰূপে (বা পৰৱৰ্ত্তী নামৰ অসমে) ৰাজনীতি, সভ্যতা, ভাষা-সাহিত্য, শিল্প, কলাবিদ্যা, সামাজিক আচাৰ-ব্যৱহাৰ বিষয়ত নিজৰ উৎকৰ্ষ, আৰু বিশেষত্ব ৰাখি আহিছিল (১)।

(১) "ঐ সময় যিনিই সাৰ্ব্বভৌম পদবী লাভের জন্য দিগ্বিজয়ে বহির্গত হইয়াছেন, তিনিই একবার ভারতের এই উত্তর-পূর্ব্ব দিক্‌স্থিত প্রাচীন রাজ্যের অধিপতির সহিত প্রহরণ বিনিময় করিয়া গিয়াছেন। (মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ সংকলিত কামরূপ শাসনাবলী—১২ পৃঃ)। × × × "চারি হাজার বৎসর গৌড় মগধাদির প্রবল পরাক্রান্ত অধিপতিগণের পার্শ্বে থাকিয়াও যে কামরূপের ভূপতিগণ তাঁহাদের

ভাৰতৰ বৈদিক যুগৰ আৰম্ভণীৰ পৰা পৰৱৰ্ত্তী পৌৰাণিক যুগৰ আগভাগলৈকে কামৰূপ সাম্ৰাজ্য "দুৰ্গম মহা কান্তাৰৰ" সীমাৰ বাহিৰত আছিল,—য'ত আক্ৰমণকাৰী ৰাজ্য-লোলুপ আৰ্য্যসকল সোমাব পৰা নাছিল, বা সোমালেও কামৰূপৰ সুসভ্য আৰু প্ৰবল পৰাক্ৰান্ত 'অসুৰ', 'দানৱ', 'মায়াবী', 'যৱন', 'ম্লেচ্ছ', 'গন্ধৰ্ব্ব', 'কিন্নৰ' আদিৰ হাতত লাঞ্ছিত আৰু বিধ্বস্ত হৈ উভতি যাব লগীয়াত পৰিছিল (২)। এইটো জনাজাত কথা যে আৰ্য্যসকলৰ সামাজিক আচাৰ-ৰীতি বা ব্ৰাহ্মণ্য ধৰ্ম্মৰ অনুশাসিত নিয়ম নমনা, আৰু বেদৰ দেৱতা উষা,—বৰুণ, মিত্ৰ আদিক—নুপূজা সকলো আৰ্য্যেতৰ জাতিকেই আৰ্য্যসকলে 'অসুৰ', 'দানৱ', 'যৱন', 'ম্লেচ্ছ' আদি নামেৰে বিভূষিত কৰিছিল,—তেহেলৈ সেইসকল আৰ্য্যেতৰ জাতি বহু বিষয়ত আৰ্য্যসকলতকৈ যিমানেই উন্নত আৰু সুসভ্য নহওক। সেই প্ৰথা অনুসাৰেই নৰক, ভগদত্ত, বাণ আদি কামৰূপৰ প্ৰবল পৰাক্ৰান্ত নৃপতিসকলক আৰু সভ্যতাৰ চৰম উৎকৰ্ষ লাভ কৰা প্ৰাচীন কামৰূপীয় প্ৰজাবৃন্দক 'যৱন', 'ম্লেচ্ছ', 'কিৰাত' আদি নামেৰে অভিহিত কৰিছিল (৩), অথচ এই কামৰূপেই ব্ৰহ্মাৰ মুখ অৰ্থাৎ জ্ঞান-বিজ্ঞান, কলাবিদ্যা আদিৰ জন্ম হাই বুলি আৰু এই কামৰূপৰ ৰাজধানী 'ইন্দ্ৰপুৰী তুল্য' প্ৰাগ্‌জ্যোতিষতেই জ্যোতির্ব্বিজ্ঞানৰ জন্ম আৰু উৎকৰ্ষ লাভ হৈছিল বুলি আৰ্য্যসকলৰ গ্ৰন্থাদিতে উল্লেখ আছে (৪)।

এই কামৰূপ সাম্ৰাজ্যৰ সীমা পূবে দিক্কৰবাসিনীলৈকে মাথোন আবদ্ধ নাছিল। মহামহোপাধ্যায় পণ্ডিত পদ্মনাথ বিদ্যাবিনোদ মহাশয়ে তেখেতৰ অমৰ গ্ৰন্থ 'কামৰূপ শাসনাৱলীত' স্পষ্টকৈ প্ৰমাণ কৰিছে যে মহাভাৰতৰ কালৰ বহু পূৰ্ব্বৰে পৰা কামৰূপ ৰাজ্যৰ উত্তৰ সীমা তিব্বতলৈ আৰু পূব সীমা চীনৰ কিছু অংশ

---

ৰাজ্য সীমা অক্ষুণ্ণ ৰাখিতে পারিয়াছিলেন ইঁহাতে ভাস্কৰবৰ্ম্মাৰ এবং তদীয় অগ্ৰ পশ্চাদ্বৰ্ত্তী কামৰূপাধিপতিগণেৰ বীরত্বেৰ তথা ৰাজনীতিৰ উৎকৰ্ষই সূচিত হয়। (ঐ—১৭ পৃঃ)

(২) লব A. Smith's Early History of India pp. 18 19.

(৩) প্ৰাগ্‌জ্যোতিষাধিপঃ শূৰো ম্লেচ্ছানামধিপো বলী।
যবনৈঃ সহিতো ৰাজা ভগদত্তো মহাৰথঃ॥ (মহাভাৰত সভা ৫১।১২)

(৪) 'কামৰূপং মহেশানি ব্ৰহ্মণো মুখমুচ্যতে"। যোগিনীতন্ত্ৰ—২০ পটল

লৈ চীনসমুদ্ৰৰ উপকূললৈকে বিস্তাৰিত আছিল। (৫) মহাভাৰতৰ বহুত ঠাইত কামৰূপৰাজ ভগদত্তক 'পূৰ্ব্বসাগৰবাসী ম্লেচ্ছসকলৰ অধিপতি', 'প্ৰাচীপতি মহেন্দ্ৰৰ সখা' বুলি উল্লেখ কৰা হৈছে (৬)।

## কামৰূপীয় সঙ্গীত

কৃষ্টি, সভ্যতা আদিত যে প্ৰাচীন কামৰূপ ভাৰতৰ পৰা সম্পূৰ্ণ স্বাধীন আছিল, আৰু এই মহাৰাজাৰ ধৰ্ম্ম, আচাৰ-ব্যৱহাৰ আদিও যে প্ৰধানকৈ দ্ৰাবিড়ী-তুৰাণীয় সংমিশ্ৰণত উৎপন্ন এই সম্পৰ্কে পূৰ্ব্বেই উল্লেখ কৰি অহা হৈছে। সঙ্গীত-বিদ্যা বিষয়েও যে কামৰূপে চিৰকালেই নিজৰ বিশেষত্ব ৰাখি সেই বিদ্যাত চৰম উৎকৰ্ষ লাভ কৰিছিল, তাৰো ভূৰি ভূৰি প্ৰমাণ মহাভাৰত, ৰামায়ণ, আৰু অন্যান্য ভালেমান প্ৰাচীন সংস্কৃত গ্ৰন্থত পোৱা যায়। গন্ধৰ্ব্ব-কিন্নৰ-যক্ষ-বিদ্যাধৰ অধ্যুষিত কামৰূপ সাম্ৰাজ্যতেই যে গন্ধৰ্ব্ববেদৰ জন্ম আৰু সম্যক্ পৰিণতি হৈছিল, তাৰো অসংখ্য প্ৰমাণ পূৰ্ব্বোক্ত গ্ৰন্থবিলাকৰ পৰা পোৱা যায়। কামৰূপাধিপতি আৰু প্ৰাচীন কামৰূপীয়সকলৰ ইষ্ট-দেৱ-দেৱী শঙ্কৰ-শঙ্কৰী যে ৰাগ-ৰাগিণীৰ জন্মদাতৃ, এই বিষয় পূৰ্ব্বেই উন্নুকিওৱা হৈছে। আৰু এই কামৰূপৰ নাটশৈল, চিত্ৰাচল, উৰ্ব্বশী-শৈল আদি ঠাইবিলাকত নৃত্য-গীত-কুশল দানব, গন্ধৰ্ব্ব, কিন্নৰ, প্ৰমথ সকলৰ নিত্য-

---

"অত্ৰমধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ্নক্ষত্ৰং সসৰ্জ্জহ।
ততঃ প্ৰাগ্‌জ্যোতিষাখ্যেয়ং পুৰী শক্ৰ-পুৰীসমা"॥

(কালিকাপুৰাণ—৩৮ অঃ, ১১৯ শ্লোক)

"Pragyotish was the seat of learning in astromony and astrology in ancient India" (Early History of Kamarupa by Hon'ble Rai Bahadur K. L. Barua).

"His Majesty (Bhaskar Varman) was a great lover of learning and his subjects followed his example; men of abilities came from far to study here" (Watter's Yuan Chwang, Vol II P. 186)

(৫) "তিনি (ভগদত্ত) প্ৰাগ্‌জ্যোতিষ পাৰ্শ্ব পাৰ্বত্য প্ৰদেশ গুলিৰ আধিপত্য লাভ কৰিয়া ৰাজ্যেৰ সীমা উত্তৰে ও পূৰ্ব্বে সমধিক বৰ্দ্ধিত কৰিয়াছিলেন। তিনি পূৰ্ব্বসাগৰ পৰ্য্যন্ত ভূভাগ অধিকাৰ কৰিয়াছিলেন এবং প্ৰাচীপতি পিতৃশত্ৰু মহেন্দ্ৰেৰ সঙ্গে সখ্যবন্ধন কৰিয়া সুৰলোকেও (মহাচীন) প্ৰতিপত্তি লাভ কৰিয়াছিলেন।" (কামৰূপ ৰাজাৱলী—১০ পৃঃ)

(৬) (মহাভাৰত উদ্যোগপৰ্ব্ব ৮,১১ শ্লোক), (ঐ দ্ৰোণ পৰ্ব্ব ২৫।৫২);

বিছাৰ স্থল বুলি পুৰাণাদিত বহুতো উল্লেখ আছে (৭)। মহাভাৰত, ৰামায়ণৰ ঘটনাৰ যুগতো কামৰূপীয় সঙ্গীতে ভাৰতত সম্যক্ প্ৰসিদ্ধি লাভ কৰিছিল। মহাভাৰতৰ সভাপৰ্ব্বত উল্লেখ আছে যে কামৰূপৰাজ ভগদত্তই চীন-কিৰাত আৰু সাগৰৰ তীৰবাসী ম্লেচ্ছ-যৱন বিলাকেৰে পৰিবেষ্টিত হৈ মহাৰাজ যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞলৈ সুসভা-দেশ-সুলভ নানাবিধ উপঢৌকন নিয়ে, সেই উপঢৌকনৰ লগতে স্বৰ্গীয় বাদক আৰু গায়িকা-নৰ্ত্তকী, গন্ধৰ্ব্ব-কিন্নৰী কিছুমানকো ৰাজসূয় মহাসভাত সঙ্গীত-নৃত্যাদি কৰিবলৈ লৈ যায় (৮)। কামৰূপৰ নাগ-কন্যা উলুপী আৰু বিদ্যাধৰী চিত্ৰাঙ্গদাৰ অলৌকিক ৰূপ-লাৱণ্যত বাজেও তেওঁলোকৰ চিত্তহৰণকাৰী নৃত্যগীতত মুগ্ধ হৈ মধ্যম পাণ্ডৱ অৰ্জ্জুনে মণিপুৰত ভালেমান দিন থাকি বংশ-ৰক্ষা কৰি যায় (৯)। বাণৰাজ কুৱঁৰী উষাদেৱীৰ গুণৱতী সখী চিত্ৰলেখীৰ অনুপম গীত-নৃত্যত মোহিত হৈ সুদূৰ দ্বাৰকাৰ অনিৰুদ্ধ কোৱঁৰ শোণিতপুৰলৈ আহি উষা কুৱঁৰীৰ পাণিগ্ৰহণ কৰাৰ কথা অসমৰ আবাল-বৃদ্ধ-বনিতাৰ জনাজাত কথা। খৃষ্টীয় ৭ম শতিকাৰ মাজভাগত কামৰূপ-সম্ৰাট কুমাৰ ভাস্কৰ বৰ্ম্মাই তেওঁৰ সমকক্ষ বন্ধু মধ্য-

---

ৰাজসূয় যজ্ঞৰ আগতে অৰ্জ্জুনে দিগ্বিজয় প্ৰসঙ্গত কামৰূপৰাজ ভগদত্তৰে সৈতে আঠ দিন যুদ্ধ কৰাৰ পাছত কাৰো জয় পৰাজয় নহল। তেতিয়া ভগদত্তই অৰ্জ্জুনক চিনাকি দিছে "অহংসখা মহেন্দ্ৰস্য শক্ৰাদনবৰো ৰণে। সুমীপ্সিতং পাণ্ডৱেয় কুৰ্ব্বি কিং কৰবাণি তে। যদ্ বক্ষ্যসি মহাবাহো তৎ কৰিষ্যামি পুত্ৰক"। (ঐ-সভা: ২৬।১২)

"স কিৰাতৈশ্চ চীনৈশ্চ বৃতঃ প্ৰাগ্‌জ্যোতিষোঽভৱৎ। অন্যৈশ্চ বহুভিৰ্যোধৈঃ সাগৰানূপবাসিভিঃ"। (মহা:—সভা:—২৬।৯)।

"যোজনানি চতুঃষষ্টিৰ্বাৰাহোনাম পৰ্ব্বতঃ। সুবৰ্ণশৃঙ্গ সুমহান্ অগাধে-বৰুণালয়ে। তত্ৰ প্ৰাগ্‌জ্যোতিষং নাম জাতৰূপময়ং পুৰম্"। (ৰামায়ণ-কিষ্কিন্ধ্যা কাণ্ডম্-৪২ সৰ্গ, ৩৯।৩১ শ্লোক)

(৭) "ঐশান্যাম্ নাটকশৈলে শঙ্কৰস্য মহাশ্ৰম.। নিত্যং বসতি তত্ৰেশ স্বয়ংধীনাচ পাৰ্ব্বতী। তত্ৰাস্তি সৰসী ৰম্যা সুসম্পূৰ্ণা মনোহৰা। সৰ্ব্বদা স্বচ্ছসলিলা প্ৰফুল্লকমলোৎপলা॥ তস্যাস্তীৰেতু বিপুলঃ সুমনোজ্ঞো হলাশ্ৰমঃ। সৰ্ব্বদা দানবৈ দেবৈঃ কিন্নৰৈঃ প্ৰমথৈ স্তথা। ৰক্ষ্যতে নৃপশাৰ্দ্দূল নৃত্যবাদন তৎপৰৈঃ॥ যস্মান্নটতি তত্ৰেশো নিত্যং কৌতুকতৎপৰঃ। তস্মান্নাটকনাম্নাসৌ-শৈলৰাজঃ প্ৰগীয়তে॥ (কালিকা পুৰাণ-৫১ অধ্যায়)

(৮) মহাভাৰত-সভাপৰ্ব্ব-৫১ অধ্যায়।

(৯) ঐ ঐ ৫১ ৫২ অধ্যায়।

ভাৰতৰ সম্ৰাট শীলাদিত্য হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপহাৰৰ তালিকাত, অতি সুসভ্য দেশ-সুলভ বহুমূলীয়া অলঙ্কাৰ, উৎকৃষ্ট কাপোৰ, বাচন-বৰ্ত্তন, বেত-বাঁহৰ নানাবিধ আসন, সাঁচিপাতত লিখিত পুথি, নানা সুগন্ধি দ্ৰব্য, কস্তুৰী, চোৰঁৰ আদিত বাজেও গায়ক-গায়িকা, কিন্নৰ-কিন্নৰী সকলৰ উল্লেখ আছে (১০)।

## ছয় ৰাগৰ জন্মস্থান কামৰূপ

শৈৱ-শাক্ত ধৰ্ম্মৰ আদি জন্মস্থান যে কামৰূপ তাক প্ৰত্নতাত্বিক আৰু বুৰঞ্জীবিশেষজ্ঞ সকলে অকাট্য যুক্তি-প্ৰমাণেৰে স্থিৰ কৰিছে। সেই সম্পৰ্কে ইয়াত পুনৰুল্লেখ নিষ্প্ৰয়োজন। কামৰূপেশ্বৰসকলৰ আৰু প্ৰাচীন কামৰূপী জনসাধাৰণৰ উপাস্য দেৱতা যুগলৰ পৰ্য্যায় যথাক্ৰমে :— ৰাগঠই-ৰাগঠনী, বুঢ়াগোঁসাই-বুঢ়ীগোঁসানী, ভৈৰৱ-ভৈৰৱী, শঙ্কৰ-শঙ্কৰী, শিৱ-দুৰ্গা মহাদেৱ-পাৰ্ব্বতী, ঈশান-ঈশানী (১১) ইত্যাদি। এই দুজনা দেৱ-দেৱীৰ উপাসনামূলক ধৰ্ম্ম মতেই ভাৰতৰ সনাতনী হিন্দু ধৰ্ম্মৰ পঞ্চশাখাৰ প্ৰধান দুইশাখা শৈৱ আৰু শাক্ত নামে অভিহিত। কামৰূপৰ অধিষ্ঠাতা দেৱ শঙ্কৰৰ মুখৰ পৰাই প্ৰথম গীত-বাদ্য ওলাইছে বুলি আৰু এই মহাদেৱেই আদি নৃত্য-গুৰু নটৰাজ নামে খ্যাত (১২)। বৃহন্নাৰদীয় সংহিতামতে "শিৱ-শক্তিৰ যোগত শিৱৰ মুখৰ পৰা শ্ৰীৰাগ, বসন্ত, ভৈৰৱ, পঞ্চম আৰু মেঘ, পাৰ্ব্বতীৰ মুখৰ পৰা নাট ৰাগ উৎপন্ন হৈছে" (১৩)। কামৰূপত পৰিকল্পিত হোৱা এই দুজনা দেৱ-দেৱীৰ পূজা তদানীন্তন কামৰূপ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত, কৰদ বা মিত্ৰৰাজ্য সুমাত্ৰা, যাভা, বালী দ্বীপ সমূহত, আনাম, শ্যাম, ব্ৰহ্মা আদি প্ৰাচ্য দেশ সমূহত ভগবান বুদ্ধৰ আৱিৰ্ভাৱৰ বহু পূৰ্ব্বেই যে বহুলভাবে প্ৰচলিত হৈছিল এই তথ্য প্ৰত্নতাত্বিক সকলে প্ৰমাণ কৰিছে। সেই ধৰ্ম্ম প্ৰচলনৰ লগে লগেই যে এই দুজনা দেৱ-দেৱীৰ মুখ নিঃসৃত (বা শঙ্কৰ-শঙ্কৰী পূজক প্ৰাচীন কামৰূপী সকলৰ সৃষ্ট) ৰাগবিলাকৰ আৰু গীত-নৃত্যৰ

(১০) বাণভট্টৰচিত শ্ৰীহৰ্ষচৰিত— ৭ম উচ্ছাস।

(১১) ঈশান—উত্তৰ পূৰ্ব্ব দিশ। ভাৰতৰ উত্তৰ পূৰ্ব্ব প্ৰান্তস্থিত দেশৰ (কামৰূপৰ) অধিষ্ঠাতা দেৱ দেৱী যুগলৰ নাম ঈশান ঈশানী।

(১২) 'সংসাৰ দুঃখদগ্ধানাং উত্তমানামনুগ্ৰহাৎ। প্ৰভুনা শঙ্কৰেণাপ গীত বাদ্য' প্ৰকাশিতং॥ "সঙ্গীত দৰ্পণম-ৰাগাধ্যায়ঃ

(১৩) নাৰদসংহিতা—ৰাগনিৰ্ণয়ম্।

প্রচলন পূর্ব্বোক্ত প্রাচ্য দেশ সমূহত প্রচলিত হৈছিল, আৰু সেই প্ৰাচীন কামৰূপীয় ৰাগ-সুৰ নৃত্যৰ প্ৰভাৱ যে সেই দেশ বিলাকৰ নিজস্ব গীত-নৃত্যত বহুল ভাবে বিদ্যমান,—তাৰ আধুনিক বেতাৰ যন্ত্ৰৰ সহায়ত পৃথিবীময় ব্যাপৃত হোৱা টক্কিন, মানিলা, বেঙ্কক, ৰেঙ্গুন আদি কেন্দ্ৰৰ দেশীয় গীত-নৃত্য বিলাকৰ পৰা সহজে ধৰিব পাৰি। জ্ঞান-বিজ্ঞান, চাৰু শিল্প কলাৰ প্ৰধান কেন্দ্ৰ (১৪) প্ৰাগ্‌জ্যোতিষলৈ ভাৰতৰ অন্যান্য প্ৰদেশৰ পৰা সুধী শিক্ষাৰ্থীসকল প্ৰাগ্‌জ্যোতিষপুৰলৈ আহি কামৰূপৰ অন্যান্য বিদ্যাৰ লগতে এই সঙ্গীত বিদ্যাও নিজৰ নিজৰ দেশলৈ লৈ যায়। সেই সময়ৰ বহুদিন পাছতহে আৰ্য্যাবৰ্ত্ত আৰু দক্ষিণাপথৰ সঙ্গীতবিদ্ সকলে নিজ নিজ ৰুচি, সুবিধা আৰু স্থানীয় প্ৰভাৱ মতে সেই দেশীয় ৰাগ-ৰাগিণীৰ লগতে কামৰূপীয় ৰাগ-ৰাগিণীবিলাককো আৰ্য্য সঙ্গীতৰ শ্ৰেণী ভুক্ত আৰু তাল-মান-ঠাট-লয় আদিৰে শৃঙ্খলাবদ্ধ কৰি কিছুমান সঙ্গীত গ্ৰন্থ নিবন্ধন কৰিছে। কোৱা বাহুল্য যে এই ব্যৱস্থা বন্ধনৰ ফলত কামৰূপীয় ৰাগ-ৰাগিণী বিলাকৰ মৌলিকত্ব বহু ঠাইত নাইকিয়া হৈছে। কিন্তু সুখৰ বিষয়, কামৰূপত (বৰ্ত্তমান অসমত) এতিয়াও সেইবিলাক আমাৰ নিজস্ব ৰাগ-ৰাগিণীৰ সৰহ খিনিয়েই ব্যাহ, শুকনাৰায়ণী, দুৰ্গাবৰী, দিহানাম গোপিনী-কীৰ্ত্তন আদি গীতত প্ৰায় মৌলিক আৰু অবিকৃত অৱস্থাতেই আছে—যদিও গবেষণা আৰু যথাৰ্থ চৰ্চ্চাৰ অভাৱত কিছুমান সুৰৰ লয়-ঠাট আদিৰ বিকাৰ ঘটিছে। সেই বিলাক ৰাগ-ৰাগিণীৰ যথাৰ্থ বিধি-ব্যৱস্থাৰ গ্ৰন্থ যদিও আমাৰ দেশত এতিয়াও পোৱা হোৱা নাই বা এনে গ্ৰন্থ কোনো ২ অনভিজ্ঞলোকৰ ধোঁৱা চাঙত লাহে লাহে জাহ যাব লাগিছে (১৫), তথাপি বেদৰ নিচিনাকৈয়ে সেইবিলাক সুৰৰ ভালেমান পূৰ্ব্বে কৈ অহা ব্যাহ, শুকনাৰায়ণী আদি গীতত মুখে মুখে প্ৰায় অবিকৃত অৱস্থাতেই চলি আহিছে। কনৌজ, ত্ৰিহুত, মিথিলা, বঙ্গ আদি প্ৰদেশৰ পৰা সময়ে সময়ে এই দেশলৈ অহা ঔপনিবেশিক সকলৰ লগত কোনো ৰকমৰ কামৰূপৰ বাহিৰৰ

(১৪) Watter's Huyen Chwang Vol II p. 18১.

(১৫) এনেকৈয়ে ধোঁৱা চাঙত জাহ যাবলগীয়া হোৱা "শ্ৰীহস্ত মুক্তাৱলী" নামৰ অসমীয়া পদ্ম আৰু নৃত্য বিদ্যাৰ এখন অনুপম সংস্কৃত গ্ৰন্থ স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে উদ্ধাৰ কৰি নি কামৰূপ অনুসন্ধান সমিতিত দি গৈছে। কিন্তু উক্ত পুথিখনি অনুসন্ধান সমিতিৰ পুথি তালিকাত অন্য বিষয়ৰ পুথিৰ শ্ৰেণীত

ৰাগ-ৰাগিণী আছিলেও স্বাধীন অসমৰ স্থানীয় সুৰ প্ৰভাৱত সেই বিলাক বাহিৰৰ পৰা অহা ৰাগ-ৰাগিণীও কামৰূপীয় গঢ় হৈ লৈছেগৈ। শ্ৰীমন্ত শঙ্কৰ গুৰুৱে আৰ্য্যাবৰ্ত্ত-দাক্ষিণাত্যৰ পৰা, এই দেশলৈ আনি মহান্ বৰগীতসমূহত সংযোগ কৰা ৰাগ-ৰাগিণী বিলাকো কালক্ৰমে কামৰূপীয় সুৰ-প্ৰভাৱত কামৰূপীয় ঠাট, লয় আদি লৈছে। এই দেশ বৃটিছ শাসনৰ অধীনলৈ অহাত, চাকৰি, ব্যৱসায় আদি প্ৰসঙ্গত অস্থায়ী ভাবে অহা বিদেশী সকলৰ প্ৰভাৱত অসমীয়াই যেনেকৈ বহুত বিষয়ত লাহে লাহে নিজস্ব হেৰুৱাব লাগিছে, সঙ্গীত বিদ্যাতো অসমীয়া শিক্ষিত সমাজ প্ৰায়েই বিদেশী ভাবাপন্ন হৈ আমাৰ নিজস্ব গীত-সুৰতো ৰুচি আৰু আস্থা হেৰুৱাইছে, কিন্তু অসমৰ গাওঁবিলাকত আমাৰ মানুহৰ তেনে ৰুচিবিকাৰ এতিয়াও ঘটা নাই। নানা কাৰ্য্য প্ৰসঙ্গত অসমৰ জিলাবিলাকত ফুৰা আমাৰ প্ৰায় ৩৩ বছৰৰ অভিজ্ঞতাৰে জানিব পাৰিছো। যে অসমৰ ভালেমান মফচলীয়া ঠাইত আৰু বহুত মুখ্য-গৌণ সত্ৰত সেই কামৰূপীয় সুৰ বিলাক প্ৰায় অবিকৃত আৰু মৌলিক অৱস্থাতেই আছে। শোক-দুখেৰে জুৰুলা হোৱা মোৰ জীৱনৰ এই সন্ধিয়াপৰত এই বিষয়ৰ চৰ্চ্চা বা গবেষণা কৰা শক্তি আৰু সময় নাই। দেশৰ আশাৰ স্থল উঠি অহা ডেকা-গাভৰু সকললৈ মোৰ বিনীত অনুৰোধ—যি সকলৰ সঙ্গীতত ৰুচি আৰু মাত-মাতৰ সুবিধা আছে সেই সকলে যেন দেশৰ মহা গৌৰৱৰ বস্তু দেশীয় সভ্যতাৰ চূড়ান্ত নিদৰ্শন স্বৰূপ কামৰূপীয় ৰাগ-ৰাগিণী বিলাকৰ (১৬) পুনৰুদ্ধাৰ আৰু জীৰ্ণ সংস্কাৰ কৰিবলৈ কাচিপাৰি উঠে।

যোৰহাট
দৌল পূৰ্ণিমা, ১৮৫১ শক

ৰাইজৰ নিঃকিন কৃপাকাঙ্ক্ষী
শ্ৰীকীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ।

ভুক্ত কৰা আছিল। পিছত ১৯৩০ চনৰ জানুৱাৰী মাহত মই কোনো কাম উপলক্ষে গুৱাহাটীলৈ যাওঁতে অনুসন্ধান সমিতিৰ পুথি ভঁড়াললৈ যাওঁ। নানা পুথি চোৱা প্ৰসঙ্গত এই পুথি খনি মোৰ চকুত পৰে। মুঠ এটা পাত চায়েই পুথিৰ বিষয় বুজিলোঁ। পুথি সমিতিৰ সম্পাদকৰ সৌজন্যত দুই তিনি দিন নিজৰ ঘৰলৈ পুথি খনি নি আগৰ পৰা গুৰিলৈ পঢ়ি উক্ত পুথিৰ চিনাকী এটি লিখি আসাম প্ৰত্নতত্ব আৰু বুৰঞ্জী বিভাগৰ ডাইৰেক্টৰ, অধ্যাপক শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা দেৱৰ হাতত দি থৈ আহোঁ। তেওঁলোকে অনুগ্ৰহকৈ পুথি খনি প্ৰকাশ কৰিলে সেই পুথি অকল কামৰূপৰে নহয়, সদৌ ভাৰতৰে এটি গৌৰৱৰ বস্তু হৈ উঠিব। শ্ৰী কীঃ বঃ

(১৬) কামৰূপীয় নিজস্ব ৰাগ ৰাগিণী—বিহুনাম, বিয়ানাম, শুকনাৰায়ণী, দুৰ্গাবৰী, ব্যাহগীত আদিৰ বিষয়ে আমাৰ ৰচিত "সুৰ-পৰিক্ৰমাত" যৎকিঞ্চিৎ আভাস দিয়া হৈছে। কীঃ বঃ

# সুৰ-বিজয় সম্পৰ্কে এষাৰ

ভূমিকাত উল্লেখ কৰা কামৰূপীয় ৰাগ-ৰাগিণী গোটাদিয়েকৰ যৎকিঞ্চিৎ পৰিচয় আৰু বাহিৰৰ পৰা আমদানী হোৱা কিছুমান ৰাগ-ৰাগিণীৰ কামৰূপীয় ঠাট-লয় আদি প্ৰাপ্তি সম্পৰ্কে ৰূপক-ছলেৰে অলপ আভাষ দিয়াই **"সুৰ-বিজয়ৰ"** উদ্দেশ্য। ৰচোঁতা জনৰ সেই উদ্দেশ্য কিমান দূৰ সফল হৈছে এই বিষয়ৰ বিচাৰৰ ভাৰ নাট্যামোদী, সঙ্গীতবিদ সুধীসকলৰ ওপৰত। আমাৰ আগৰ দুখনি নাটিকা **"ৰাসলীলাৰ অভিষেক"** আৰু **"লুইত কোৱঁৰে"** ৰাইজৰ পৰা মৰম পোৱা যেন দেখি এইখনি নাটিকাও শিশু-নাটিকাবলীৰ তৃতীয় স্তবক স্বৰূপে ৰাইজক নিবেদন কৰিবলৈ সাহ কৰিছোঁহঁক। আগৰ দুখন নাটিকাৰ নিচিনাকৈয়ে **"সুৰ-বিজয়ে"** ৰাইজৰ কিঞ্চিৎ মৰম পালেই আমাৰ পৰিশ্ৰমৰ যথেষ্ট পুৰস্কাৰ হৈছে বুলি ভাবিমহঁক।

**"সুৰ-বিজয়"** প্ৰণয়ণ কৰা দৰাচলতে প্ৰায় ৪ বছৰ হল, কিন্তু এবাৰ অভিনয় কৰি ভুল-ত্ৰুটি খিনি চাই সেই মতে শুধৰণি নকৰিলে কোনো নাট সুচাৰু-ৰূপে হৈ নুঠে কাৰণে এই কিতাপৰ পাণ্ডুলিপিখন পেলাই থোৱা হৈছিল। অৱশেষত যোৰহাট বেজবৰুৱা হাইস্কুলৰ স্বত্বাধিকাৰী স্বনামধন্য সাহিত্যিক আৰু শিক্ষাবিদ শ্ৰীযুত দেবেন্দ্ৰনাথ বেজবৰুৱা, বি-এল দেৱৰ অনুগ্ৰহত আৰু তেখেতৰ নিজৰ তত্বাৱধানত তেখেতৰ স্কুলৰ ছাত্ৰসকলে যোৱা ১৯৩৭ চনৰ ৬ ডিচেম্বৰ বৃহস্পতিবাৰে সন্ধিয়া যোৰহাটৰ অসমীয়া থিয়েটাৰৰ ৰঙ্গমঞ্চত সুচাৰুৰূপে **"সুৰ-বিজয়"** অভিনয় কৰে। সেই অভিনয়ত অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিঃ জি. এ. স্মল আৰু মুখীয়াল কৰ্ম্মচাৰীসকল, অসমীয়া, বঙ্গালী, হিন্দু-মুচলমান, ইংৰাজ, আমেৰিকান আদি গণ্য-মান্য ভালেমান ভদ্ৰলোক আৰু ভদ্ৰ মহিলা উপস্থিত আছিল। তেখেতসকলে সকলোৱে ছাত্ৰসকলৰ অভিনয়ৰ-কৃতিত্বৰ আৰু **"সুৰ-বিজয়"ৰ** কথাবস্তুৰ পৰিকল্পনাৰ প্ৰশংসা কৰে। তলত নাম দিয়া ছাত্ৰসকলে ভাও লৈ সকলোৰে প্ৰশংসাভাজন হৈছিল :—

ভৈৰব—শ্ৰীমান বিনন্দচন্দ্ৰ বেজবৰুৱা ; আম্মোৰাবী—শ্ৰীমান যাদবচন্দ্ৰ বেজবৰুৱা ; অহিৰ—শ্ৰীমান তুলসীকান্ত পাঠক ; বামপিৰি—চৈয়দ ইক্ৰাম আলি ; শ্যাম—শ্ৰীমান শিৱনাথ পূজাৰী ; মাহুৰ—শ্ৰীমান অতুলচন্দ্ৰ হাজৰিকা ; অবো-কেঁকো—শ্ৰীমান সুৰেন্দ্ৰনাথ পাঠক ; ভৈৰবী—শ্ৰীমান ব্ৰজেন্দ্ৰনাথ পূজাৰী ; জগমতী—শ্ৰীমান ভুবনচন্দ্ৰ বৰকটকী ; দেৱপ্ৰধানী—শ্ৰীমান বজ্ৰেশ্বৰ ৰাজখোৱা ; কিন্নৰী আৰু প্ৰমথ সকল—শ্ৰীমান প্ৰফুল্ল বৰুৱা, যামিনী বৰঠাকুৰ, সত্যেন্দ্ৰনাথ শৰ্ম্মা ; মুন্দক খাদক—শ্ৰীমান ফণীন্দ্ৰনাথ বৰুৱা ; সূত্ৰধাৰ—শ্ৰীমান দণ্ডধৰ মহন্ত আদি।

শ্ৰীযুত বেজবৰুৱা দেৱৰ গুণ-গ্ৰাহিতা আৰু এই অনুগ্ৰহৰ বাবে তেখেতক আমাৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদন কৰিছোঁ। অভিনেতা আৰু এই অভিনয়ত সহায় কৰোঁতা বেজবৰুৱা হাইস্কুলৰ শিক্ষক আৰু ছাত্ৰবৃন্দক আৰু যোৰহাট থিয়েটাৰৰ ষ্টেজ মেনেজাৰ শ্ৰীযুত মুনিকান্ত বৰকটকী বি-এল দেৱকে প্ৰমুখ্য কৰি থিয়েটাৰৰ কৰ্ম্মীসকলকো আমাৰ আন্তৰিক শলাগ জনাইছোঁ।

বিনীত—

শ্ৰীকীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ

শ্ৰীমুক্তিনাথ শৰ্ম্মা বৰদলৈ

যোৰহাট—

১লা ফাগুন ১৮৫৬ শক

# "সুৰ-বিজয়" সম্পৰ্কে সমালোচনা

## (1) "Times of Assam" (15. 12. 34)

# "VICTORY OF TUNES"

# "SUR-BIJOY" *Staged at Jorhat.*

A refreshing sensation, accompanied by a pleasing curiosity, was felt on the 6th. December last at Jorhat when it was published that the third and latest Juvenile Musical Drama of the reputed joint authors of "Basantir Abhishek" and "Luit-Konwar" would be staged by the boys of the Local Bezborua High School. The play punctually began at 6 P. M. in the Jorhat theatre Hall with a fairly large and learned gathering including Mr. G. A. Small, I. E. S., Director of public Institutions, Assam, the honoured guest of the evening.

The play is entitled "Sur-Bijoy,' or Victory of Tunes. The theme is plain and simple. Kamarupa, a home of Music, is also the birth place of Bhoirava and Bhoiravi, the Sovereigns of the Ragas and Raginis (the male and female tunes) respectively, and it is this Bhoirava and Bhoiravi of Kamarupa who came to have been the presiding deities of the Ragas and Raginis of the Indian Music at large. Chitrachol, comprising the hillocks north of modern Gauhati and Natakachol, consisting of the present Duffla Hills and the Sowanshiri Valley, form the Southern and Nothern Capital of the Music Emperor and Empress in order. Bhoirava had dedicated a Temple of Music and Dancing to the Queen, who in return would dedicate one to her Lord in the same locality of Shonitpur; accordingly, Bhoirava hailed from his Capital to open the Temple. Hardly was this great and pompous

inauguration ceremony over, when Mahur, the messenger of Bhoirava intimated the party of the approach of an invasion of Foreign Tunes. Not a moment was lost to send Aswari, the commander-in-chief of Bhoirava at the head of a great army of Kamarupi Tunes, who met the invaders on the bank of the Korotoya, the illustrious western boundary of the Kamarupa Empire. The invading army was put to flight and host of them including Mollara Raga were brought captives to Kamrupa, who, by order of King Bhoirava, then holding his court at Umananda, the Pea-cock Island of Gauhati, were permitted to settle in Kamarupa as loyal subjects.

From what has been revealed by the footlight, it can be said with conviction that, like its predecessors "Basantir Abhishek" and "Luit Konwar"—"SUR-BIJOY" shall have a place of its own in our dramatic literature, and that these Juvenile Musical Dramas of Sj. Kirty Nath Sarma Bordoloi and his son Sj. Mukti Nath Sarma Bardoloi B. A., show the dawning of a new epoch in our literature, few will venture to deny. It may be recalled in this connection that Srijut Kirti Nath Sarma Bardoloi is the well-known author of the "SUR-PARICHAYA," an invaluable musical treaties. The veteran and budding music-artists, the father and son, deserve all encouragement from the Assamese Public

— - o———

তিনদিনীয়া "অসমীয়া"—১৪ ডিচেম্বৰ, ১৯৩৪, শুকুৰ বাৰ।

যোৱা ৬ ডিচেম্বৰ বৃহস্পতিবাৰে গধূলি যোৰহাট নাট্য-মন্দিৰত যোৰহাট বেজবৰুৱা হাইস্কুলৰ সৰু সৰু ছাত্ৰসকলে মিলি অসমীয়া সঙ্গীত সাহিত্যৰ অভিনৱ ৰচক শ্ৰীযুত কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ আৰু তেখেতৰ সুযোগ্য পুত্ৰ শ্ৰীযুত মুক্তিনাথ শৰ্ম্মা বৰদলৈ বি-এ দেৱৰ লিখা **"সুৰ-বিজয়"** নামৰ নাটিকাখনিৰ অভিনয় কৰে। নগৰৰ গণ্য-মান্য বহুত ভদ্ৰলোক আৰু ভদ্ৰমহিলা আৰু শিক্ষা বিভাগৰ ডাইৰেক্টৰ চাহাবো সেই অভিনয়ত উপস্থিত আছিল। পিতা-পুত্ৰ বৰদলৈদেৱৰ লেখনিৰ পৰা আগেয়ে প্ৰকাশ হোৱা **"বাসন্তীৰ অভিষেক"** আৰু **"জুইত-সোণ্ৰৰ"** নামৰ নাটিকা দুখনিয়ে অসমীয়া সঙ্গীত সাহিত্য ভঁৰালৰ জেউতি চৰাই আছে আৰু থাকিব। এই "সুৰ-বিজয়" নামৰ নাটিকাখনিয়েও অসমীয়া সঙ্গীত সাহিত্যৰ বিজয়-পতাকা উৰাই অসমীয়া সঙ্গীতৰ লুপ্ত প্ৰায় গৌৰৱ অভিনৱ সাজেৰে শিক্ষিত সমাজৰ মাজত ঘোষণা কৰিব পাৰিব বুলি আশা কৰিব পাৰি।

সেই দিনাৰ অভিনয়টি একেবাৰেই অভিনৱ ধৰণৰ। বেজবৰুৱা হাইস্কুলৰ চালুকীয়া ছাত্ৰকেইটিৰ সঙ্গীত-সাহিত্যৰ সাধনা সফল হৈছে। অভিনেতা আৰু অভিনেত্ৰী সকলৰ ভাও-ভঙ্গি, গীত-মাত, সুৰ-সঞ্চাৰ, তাল-মান সকলো অতি মনোৰম আৰু উপাদেয় হৈছিল। ভাৰতীয় সঙ্গীতৰ ভিতৰত অসমীয়া সঙ্গীতৰ স্থান অতি উচ্চ বুলি কোৱা কথাষাৰৰ প্ৰত্যক্ষ প্ৰমাণ এই নাটিকাখনিয়ে দিব পাৰিব বুলি আমি আশাকৰোঁ। মুঠতে কামৰূপী সুৰৰ বিজয় ঘোষণা এই নাটিকাখনিৰ মূল উদ্দেশ্য! লিখকদ্বয় এই বিষয়ত সফল মনোৰথ হৈছে বুলি নিঃসন্দেহে কব পাৰি।

"বাতৰি" —৮।১২।৩৪

## "সুৰ-বিজয়" অভিনয়

যোৱা ৬।১২।৩৪ তাৰিখ বৃহস্পতিবাৰে অসমীয়া থিয়েটাৰ ঘৰত বেজবৰুৱা হাইস্কুলৰ ছাত্ৰসকলে সুৰৰ ওজা শ্ৰীযুত কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ আৰু তেখেতৰ পুতেক শ্ৰীযুত মুক্তিনাথ শৰ্ম্মা বৰদলৈ বি-এ, ৰচিত "সুৰ-বিজয়" নাটিকাৰ অভিনয় কৰি মিঃ স্মলক সম্বৰ্দ্ধনা কৰে। * * * বৰদলৈ ডাঙৰীয়াই এই নাটিকাত প্ৰাচীন কামৰূপ ৰাজ্যৰ ৰাগ-ৰাগিণী, গীত-বাদ্য যে এটা সুকীয়া সম্পত্তি; অসমৰ পৰ্ব্বতে ভৈয়ামে, জানে-জুৰিয়ে, হাবিয়ে-বননিয়ে যে সুৰৰ সমাবেশ; প্ৰাচীন কামৰূপ যে গন্ধৰ্ব্ব-কিন্নৰৰ আনন্দবিহাৰৰ দেশ; বিদেশী সুৰ পৰাজয় কৰি আমাৰ দেশৰ ৰাগ-ৰাগিণীয়ে যে নিজৰ ঠাই অধিকাৰ কৰি আছে; আৰু ভৈৰৱৰাগ আৰু ভৈৰৱী-ৰাগিণীৰ যে জন্ম হৈছিল কামৰূপীয়া সাধনাতহে;—তাকে দেখুৱাবলৈ এই নাটিকা প্ৰণয়ন কৰা হৈছে। এই কাৰ্য্যত তেওঁ সম্পূৰ্ণ কৃতকাৰ্য্য হৈছে। + + +

---

## সুৰ-বিজয়ৰ প্ৰথম অভিনয়

## অভিনেতা আৰু কৰ্ম্মীসকল।



### বাওঁফালৰ পৰা সোঁফাললৈ

াছৰ ওখ শাৰিত থিয় হৈ :—শ্ৰীযুত কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ ( গ্ৰন্থকাৰ আৰু সঙ্গীত-অভিনয় শিক্ষক ), শ্ৰীযুত দেবেন্দ্ৰনাথ ল, ( স্কুলৰ স্বত্বাধিকাৰী আৰু অভিনয়ৰ প্ৰধান উদ্যোক্তা ), শ্ৰীযুত মুক্তিনাথ শৰ্ম্মা বৰদলৈ বি, এ, ( যুটীয়া গ্ৰন্থকাৰ আৰু অভিনয় শি

### অভিনেতা—বেজবৰুৱা হাই স্কুলৰ ছাত্ৰসকল

াজৰ শাৰীত থিয় হৈ ( বাওঁ ফালৰ পৰা ) :—শ্ৰীমান ফণীন্দ্ৰনাথ বৰুৱা ( মৃদঙ্গ বাদক ), নীৰদচন্দ্ৰ দাস ( তাল বাদক ) শিৱনাথ ), যাদবচন্দ্ৰ বেজবৰুৱা ( আসোৱাৰী ), সুৰেন্দ্ৰনাথ পাঠক ( বৰো-কৌ ), অতুলচন্দ্ৰ হাজৰিকা ( মাহুৰ ), পৰশুৰাম বৰুৱা ( সুত্ৰধ ৰুত ৰহি ( বাওঁফালৰ পৰা ) :—শ্ৰীমান ৰত্নেশ্বৰ ৰাজখোৱা ( দেউধনী ), তুলসীনাথ পাঠক ( আহিৰ ), ব্ৰজেন্দ্ৰনাথ পুজাৰী ( ন্দ্ৰ বৰকটকী ( জয়ন্তী ) ; চৈয়দ ইক্ৰাম আলি ( ৰামগিৰি ), মহেন্দ্ৰনাথ শৰ্ম্মা ( প্ৰমথ )

# সুৰবিজয়

## নাটৰ ভাৱৰীয়াসকল।

**ৰাগসকল**

**ভৈৰৱ**—নটৰাজ, ৰাগসম্ৰাট

**শ্যাম**—ভৈৰৱৰ প্ৰধান মন্ত্ৰী, এটি মুখ্য ৰাগ

**আসোৱাৰী**—এটি মুখ্য ৰাগ, ভৈৰৱৰ সেনাপতি

**ৰামগিৰি**—ভৈৰৱৰ পুত্ৰ, আন এটি মুখ্য ৰাগ

**অহিৰ**—এটি মুখ্য কিন্নৰ ৰাগ, ভৈৰৱীৰ প্ৰধান অনুচৰ

**মাহুৰ** -আন এটি ৰাগ, ভৈৰৱৰ কটকী

**ববো-কৌ**—এটি খেমেলীয়া ববো সুৰ

**মল্লাৰ**—এটি মুখীয়াল বিদেশী সুৰ

**প্ৰমথ ৰাগসকল**—ভৈৰৱৰ অনুচৰ

**কিন্নৰ ৰাগসকল**—ভৈৰৱীৰ অনুচৰ

**ৰাগিণীসকল**

**ভৈৰৱী**—ৰাগিণী-সম্ৰাজ্ঞী

**জয়ন্তী**—এটি মুখ্য কিন্নৰী ৰাগিণী, ভৈৰৱীৰ প্ৰধানা সহচৰী

**দেৱগ্ৰন্থী**—মূৰ্ত্তিমতী কামৰূপী দেৱ-নৃত্যকলা

**কিন্নৰী সকল**—ভৈৰৱীৰ সহচৰী ৰাগিণীসকল

# নান্দী।

---

(১)

মিশ্র তিলককামোদ—মধ্যমান

লোৰা উপহাৰ, মৰম সনা
আজি শুভ লগনে।
আদৰে যাচিছোঁ, সাদৰ বাণী,
শুনাহে হৰষ মনে॥
ধূপ-ধুনা সুবাস উঠিছে ভৰি,
তুলিছোঁ কুসুম-ৰাজি যতন কৰি,
দীপ জ্বালি গাঁথিছোঁ আলোক মালা,
চোৱাঁহে তুনয়নে॥
বন্দন-গীতি গায় মন-বিহগী,
সুৰে তালে কত কথা উঠিছে জাগি,
লোৱা উপহাৰ, আজি ইদিনে,
লোৱাঁহে তুলি যতনে॥ M

# সুৰ-বিজয়

## প্ৰথম ঝঙ্কাৰ

### তান এক—নাটকাচলৰ বননিত

[ দূৰৈত মুৰলীৰ আলাপ—আলাপৰ অন্তত গীত গাই গাই কিন্নৰ অহিৰৰ প্ৰবেশ ]

**কিন্নৰ অহিৰ**

( ১ )

দিহা অহিৰ———মৃদু ত্ৰিতালী

( ঘোষা )

মুৰলী বজায় হে, মুৰলী বজায়।
ভৈয়ামতে মাতে তাৰে ফুৰে বিভিয়াই ॥

( পদ )

অৰণ্যৰে মইনা পখী ডিডি ভাঙি চায়,
মুৰলীৰে মাতে শুনি কিৰিলি বজায় (১) K

ৰাগিণী-সম্ৰাজ্ঞী ভৈৰৱী দেৱীয়ে শোণিতপুৰত ৰাগ-ৰাগিণীৰ বিলাস-মন্দিৰ সজাই তঁতালে। সেই মন্দিৰ উদ্বোধন কৰিবলৈ আমাৰ ৰাগ-সম্ৰাট ভৈৰৱক হেনো জনাব লাগে মই। সম্ৰাটে সিকালে কামৰূপৰ চিত্ৰাচলত হেনো সুৰৰ এটি কোঁঠ সজোৱাত ব্যস্ত। সুৰৰ কোঁঠ অন্ত নহলে আমাৰ সম্ৰাট জানো আহিব ?

[ দূৰৈত পাহাড়ী জয়ন্তীৰ আলাপ—অহিৰে কাণপাতি শুনে ]

সেয়া ভনীটি জয়ন্তীৰ মাত ! এই অসময়ত পৰ্ব্বতৰ পৰা জয়ন্তী বননিলৈ নামি আহিছে কিয় ? মোৰ পাগলী ভনী !—"ক্ষণে হাসে, ক্ষণে কান্দে, ক্ষণে মূৰ্চ্ছা যায়"। অলপ আঁতৰি থাকোঁচোন বাক। ( আঁতৰে )

[ কিন্নৰী জয়ন্তীৰ লয়লাস গতিৰে নাচি নাচি গীত গাই প্ৰবেশ ]

কিন্নৰী জয়ন্তী

( ৩ )

পাহাড়ী জয়ন্তী—কাহাৰবা

পৰ্ব্বতৰে খোপা ভৰি মেঘৰে থুপি,
খেলে বিজুলী তাতে।
বৰষণ বাণে তাৰ সজল হিয়া
নাচে গাৰ্জ্জনৰ মাতে॥
কালিন্দী শিলনি বেৰি মেঘৰে চাটি,
নিজৰি বাগৰি যায় নিজৰাটি,
চন্দন গছতে ধৰে ময়ূৰে চালি,
জুৰ লৈ মেঘৰে ছাঁ-তে॥ K

[ কিন্নৰ জয়ন্তীৰ গীতৰ অন্তত কিন্নৰ অজিৰৰ প্ৰবেশ ]

অজিৰ

কু-উ-উক, ভা-আ-আ। মোৰ ভনীটিনে কোন। মোৰ ভনী জয়ন্তী নহলে নো এনে সুললিত গীত গাই এই বনানিখন বজন-জনা কৰিব কোনে। পিছে, ভনীটি। বাতিপুৱাই ওলালিহি দেখোন?

জয়ন্তী

ককাইটি। তোমাৰ ভনীয়েৰালৈ মৰম দেখিলে হে তেও। সম্ৰাজ্ঞীৰ আজ্ঞাত চিত্ৰাচললৈ যোৱাৰ আগেয়ে মোক মাত লগাব নোপোৱানে বাক? এয়েহে ভনীয়েৰালৈ মৰম!

অজিৰ

খ নকৰিবি, মোৰ লখিমী ভনীটি। খং নকৰিবি। তই থাক মহাৰাণীৰ অন্তেষ-পুৰত ৰাগিণী সকলোৰে। মই থাকোঁ বাদ্যিৰ দেউৰিত পালি ৰাগবোৰৰ লগত।

মহাৰাণীৰ যিহে দিহা!—কোনো ৰাগ-ৰাগিণীৰ অসময়ত দেখাদেখি হবৰ উপায় নাই। কালি আবেলি গৌৰীয়ে মহাৰাণীৰ আজ্ঞা জনালেহি যে আজি প্ৰত্যুষতে মই চিত্ৰা-চললৈ ৰাওনা হব লাগে। সেই মতেই ততাতৈয়াকৈ ওলাই আহিলোঁ। পিছে, আবেলি পৰতহে তোৰ ওলাবৰ কথা; এই অসময়তনো আহিলি কেনেকৈ?

জয়ন্তী

মহাৰাণী ভৈৰৱী দেবীয়ে কিছুমান ৰাগিণীৰ ওপৰত ধৰা-বন্ধা নিয়ম নখটায়; মোৰ ওলোৱা সময় আবেলিহে। পিছে কেতিয়াবা ৰাতিপুৱাও ওলাব পাৰোঁ। আজি তোমাক মাত লগাবলৈহে বননিলৈ ওলাই আহিলোঁ।

অহিৰ

বৰ ভাল কৰিলি, মোৰ সাদৰী ভনীটি! বৰ ভাল কৰিলি। যাবৰ সময়ত যে তোৰ মুখখান দেখি যাবলৈ পালোঁ, বৰ সন্তোষৰ কথা হল। এতিয়া মোৰ যাবৰ সময় হল। সৌ দূৰৰ তিনি-মুনি বাটত মোৰ কাৰণে উত্তৰী বা-ৰ ৰথ বৈ আছে। তই অন্তেষপুৰলৈ যাগে ভনীটি, মই চাই থাকোঁ।

[ গীত গাই গাই কিৰৰী, জয়ন্তী যায় ]

জয়ন্তী

কালিন্দী শিলনি বেৰি মেঘৰে চাটি,
নিজৰি বাগৰি যায় নিজৰাটি,
চন্দন গছতে ধৰে ময়ূৰে চালি,
জুৰ লৈ মেঘৰে ছাঁ-তে।

[ জয়ন্তীৰ প্ৰস্থান ]

অহিৰ

( জয়ন্তী যোৱা বাটলৈ চাই ) মোৰ পাগলী ভনীটি ঐ! যেনিয়ে যায় গীতে নাচে জয়-জয় ময়-ময় কৰি যায়। নহলে নো জয়ন্তী নাম কেনেকৈ হব? যাওঁ। সৌৱা উত্তৰী বা-ই খদম্-দম্ লগাইছে। ( গীত গাই গাই যাবলৈ ধৰে )

( অহিৰৰ গীত )

চাৰিপাশে ঘাঁহনিতে উৰি ফুৰে জিঞাঁ,
লাস-বেশে নাচে মেলি পাখি পাতলীয়া ॥
মুৰলী বজায় হে · ........ ॥

[ অহিৰৰ প্ৰস্থান ]

---

# প্ৰথম ঝঙ্কাৰ

## তান দুই—চিত্ৰাচলত

আসোৱাৰীয়ে কাষত [illegible] পাদচাৰণা কৰি কৰি গীত গাই থাকে।

### আসোৱাৰী

( ৪ )

চিত্ৰা আসোৱাৰী—মধ্যমান

কিনো সুৰে বান্ধি গীত,
কিনো মানে গোৱা সুললিত হে ॥ ধ্ৰু ॥

পদ

আকাশতে মেঘে গাজে—উদাৰা গম্ভীৰ।
ধৰাতে গছৰে পাতৰ মুদাৰা ঝিৰ্-ঝিৰ্ হে ॥ ১ ॥
তাৰাতে সমিল কৰি নানা পখী গায়।
বায়ুৰে সোঁতত পৰি সুৰ বিয়পায়—হে ॥ ২ ॥ K.

ৰাগ-সম্ৰাট নটৰাজ ভৈৰৱৰ এই বিনন্দীয়া বিশাল কামৰূপ সাম্ৰাজ্য। পূবে চীন সমুদ্ৰ, পছিমে কৰতোয়া, উত্তৰে কুঞ্জগিৰি বুকুত লৈ গিৰিৰাজ হিমালয়, দক্ষিণে মহাসাগৰ। এনে ৰাগ-সাম্ৰাজ্যৰ মনোৰম সৃষ্টি বিধতাই আৰু ক'তো কৰা নাই। ইয়াত ছয় ঋতুৰেই মৃদু-মধুৰ; ইয়াত বসন্তৰ মহা পয়োভৰ। এই কামৰূপ সাম্ৰাজ্যৰ আকাশ-পাতাল, পৰ্ব্বত-ভৈয়াম, নদ-নদী, নগৰ-বননি সঙ্গীতেৰে ভৰপূৰ। ৰাগ-ৰাজ ভৈৰৱৰ নিখুঁত শাসনৰ তলত সমুদয় ৰাগ-ৰাগিণীয়ে নিৰূপিত সময়ত নিজৰ নিজৰ কাম কৰি অবিৰাম শান্তি আৰু বিমল আনন্দত কাল কটাইছে। আমাৰ সম্ৰাটে বছৰৰ তিনিমাহ নাটকাচলত কটায়। বাকীখিনি সময় চিত্ৰাচলত ৰাগ-প্ৰমথসকলেৰে বাস কৰে। এতিয়া শুনিছো মহাৰাণী ভৈৰবী দেবীয়ে হেনো শোণিতপুৰত এটি ৰাগসকলৰ বিলাস মন্দিৰ সজাইছে। সেই মন্দিৰ উদ্বোধন কৰিবলৈ যদি আমাৰ সম্ৰাট যায় আৰু দয়াকৈ যদি আমাকো নিয়ে, আমিও নাটকাচলৰ কিন্নৰ-কিন্নৰী-সকলৰ অমৰা নৃত্যপুৰীত আনন্দ উপভোগ কৰিবলৈ পাম।

[ দূৰৈত গুৰু-গম্ভীৰ সুৰেৰে ভৈৰোঁ আলাপ ]

**অহিৰ**

( কাণপাতি ) সেয়া, আমাৰ সম্ৰাটৰ গুৰু-গম্ভীৰ দ্বিকণ্ঠ সুৰ! সম্ৰাট এইফালেই আহিছে; মই সন্ত্ৰম হৈ পহৰা দিব লাগিল।

[ উদাৰা গ্ৰামত গীত গাই গাই ভৈৰৱৰ লাহে লাহে প্ৰবেশ, দূৰৈত মুদাৰাত সেই গীতৰ প্ৰতিধ্বনি ]

**ভৈৰৱ**

(৫)

ভৈৰোঁ—ঝাঁপতাল

শৈল-শিখৰ মাজে তৰুণ অৰুণ ৰাজে,
বেণু-বীণা সমলয়ে ৰাগিণী বাজে।
সুৰ-ধ্বনি পৰশিত দিগন্তৰ মুখৰিত,
সুবিমল মনোহৰ মূৰতি সাজে॥

কণ্ঠ বিকশি উঠে   সু-তান সুৰ-নাদে,
অপৰূপ আবেগে মন বিৰাজে ;
সুঠাম দৰশন   ৰাগ-ৰাগিণীগণ
বিহৰে কামৰূপ মাজে ॥ M

( আসোৱাৰীয়ে সসম্ভ্ৰমে ভৈৰৱক ওলগনি জনাই থিয় হয় )

### ভৈৰৱ

আসোৱাৰী, তুমি চক্ৰ ফুৰি কেতিয়া আহিলা ? ৰাজ্যৰ বা-বাতৰি কি ?

### আসোৱাৰী

প্ৰভু ! আপোনাৰ বিশাল সাম্ৰাজ্যৰ চাৰি দাতি আৰু ভিতৰ প্ৰদেশবো প্ৰায় এটাইখিনি ঠাই চাই এদাঁড়মান পৰৰ আগেয়ে এইখিনি পাই প্ৰভুৰ আদেশলৈ বাট চাই আছোঁহি। ৰাজ্যৰ সকলো দিশ শান্তিময়। ঋতু, সময় অনুযায়ী সকলো ৰাগ-ৰাগিণীয়ে নিজৰ কৰ্ত্তব্য কৰি পৰম শান্তি আৰু আনন্দেৰে কাল নিয়াইছে।

### ভৈৰৱ

বিদেশৰ বাতৰি কিবা পাইছাঁনে ? আৰু বেলি কাশ্মীৰ, গুৰ্জ্জৰৰ পৰা যি কেজন দূত আহিছিল, তেওঁবিলাকৰ অভিপ্ৰায় বৰ ভাল যেন নেলাগিল। প্ৰীতি-সম্ভাষণ জনোৱাৰ ছলেৰে তেওঁলোকে মোৰ কামৰূপ সাম্ৰাজ্যৰ ৰাগ-ৰাগিণীবিলাকৰ ৰেহ-ৰূপ চাবলৈ আহিছিল যেন হে লাগে। সেইবাবেহে তেওঁবিলাকক আগ বঢ়োৱাৰ ছলেৰে আমাৰ ৰাজ্যৰ সীমাৰ বাহিৰ কৈ থৈ আহিবলৈ তোমাক কৈছিলোঁ।

### আসোৱাৰী

প্ৰভুৰ আদেশ মতে দাসে ৰাগ-সেনা জন দিয়েকক লগত লৈ সেই বিদেশী কটকীসকলৰ গাৰ ছাঁৰ দৰে লাগি গৈ তেওঁলোকক কৰতোয়াৰ সিপাৰ কৈ থৈ আহিলোঁ। তেওঁবিলাক হেনো এতিয়াও নিজৰ নিজৰ দেশলৈ উভতি যোৱা নাই। আমাৰ সীমান্তৰ পৰা অলপ দূৰৈত কলিঙ্গ প্ৰদেশতে আছে গৈ। তেওঁবিলাকৰ

গতি-বিধি চাবলৈ মন্ত্ৰী শ্যাম কোৱঁৰৰ নিৰ্দ্দেশমতে জন দিয়েক ব'ৰাগী কটকী বাগকো ভেশছনকৈ কলিঙ্গলৈ পঠোৱা হৈছে। সিহঁত এতিয়াও উভতি অহা নাই।

**ভৈৰৱ**

শ্যাম কোৱঁৰ মোৰ উপযুক্ত মন্ত্ৰী। তেওঁৰ বুদ্ধি মন্ত্ৰণা আৰু দক্ষতাত নিৰ্ভৰ কৰি মই নাটকাচলত থকা দিন কেইটা নিৰুদ্বেগে কটাব পাৰোঁ।

(দূৰৈত জংলা অহিৰৰ আলাপ) সেয়া কোনোবা নাটকাচলৰ কিন্নৰৰ মাত যেন শুনো। সম্ৰাজ্ঞীৰ কোনোবা দূত হে আহিব পায়।

[ গীত গাই গাই কিন্নৰ অহিৰৰ প্ৰবেশ ]

**অহিৰ**

(৬)

শুকনাৰায়ণী অহিৰ—ত্ৰিপটু

পৰ্ব্বতৰ জুৰ পানী ভৈয়ামত কোনে আনি
বোৱালে জিৰ্ জিৰ্ জিৰ্ জিৰ্ কৈ।
সুৰ-মৌ সৰগৰে নিজৰি জৰি পৰে
আল্ ফুল্ আল্ ফুল্ আল্ ফুল্ কৈ॥
থাই মৌ মৌ-পিয়া
মাতে মাত অমিয়া,
মৌ-মাখি গীত জোৰে গুণ্ গুণ্ কৈ;
ধৰণী সুৰে ভৰা,
পাতিকাণ জুৰ কৰা,
থমকি বৈ বৈ থমকি বৈ॥ K

[ গীতৰ অন্তত অহিৰে ভৈৰৱক ওলগনি জনায় ]

**ভৈৰৱ**

অহিৰ! কি বাতৰি লৈ মহাদেৱী ভৈৰৱীৰ পুৰীৰ পৰা আহিছঁা?

**অহিৰ**

সম্রাট ! প্রভু ! ৰাগিণী-সম্রাজ্ঞীয়ে প্রভুক নিবেদন জনাইছে যে প্রভুৰ নির্দ্দেশ মতে শোণিতপুৰত ৰাগ-মন্দিৰৰ নির্ম্মাণ কার্য্য সমাপতি হল। প্রভু গলেই মন্দিৰ উদ্বোধন কৰা হব। সম্রাজ্ঞীয়ে কিন্নৰ-কিন্নৰী ৰাগ-ৰাগিণী সকলেৰে নাটকাচলৰ পৰা আহি শোণিতপুৰত প্রভুলৈ অপেক্ষা কৰি আছে।

**ভৈৰৱ**

অহিৰ, তুমি ইয়াত ক্ষন্তেক জিৰাই শঁতাই শোণিতপুৰলৈ গৈ মহাদেৱীক জনোৱাঁ গৈ যে আমি কালিলৈ শৃঙ্গগিৰিত থাকিম গৈ, পৰশুইলৈ শোণিতপুৰ পামগৈ।

আসোৱাৰী, তুমিও যোৱাঁ; শ্যাম কোৰঁৰক কঁৱা যে তোমাৰ নেতৃত্বত জনদিয়েক বছা-বছা প্রমথ ৰাগ আমাৰ লগত দিয়ক। লাগতিয়াল সুৰ-সম্ভাৰ লৈ তুমিও সাজু হৈ থাকিবাঁ।

[ আসোৱাৰীয়ে ওলগনি জনাই এফালে যায়, ভৈৰৱ আনফালে যায় ]

**অহিৰ**

বহুদিনৰ মূৰত এই চিত্রাচললৈ আহিছোঁ। এই বনাপুৰী চাই নগলে মোৰ এই যাত্রাই সফল নহব। এবাৰ পুৰীখন পাক এটা মাৰি চাই শোণিতপুৰলৈ যাওঁগৈ।

( গীত ধৰে )

থাই মৌ মৌ-পিয়া,
মাতে মাত অমিয়া,
মৌ-মাখি গীত জোৰে গুণ্ গুণ্ কৈ,
ধৰণী সুৰে ভৰা,
পাতি কাণ জুৰ কৰা,
থমকি ৰৈ ৰৈ থমকি ৰৈ ॥

[ প্রস্থান ]

# প্ৰথম ঝঙ্কাৰ

## তান তিনি—শোণিতপুৰৰ মহাভৈৰৱী মন্দিৰৰ মণিকূট

[ গীত গাই গাই ভৈৰৱী দেৱীৰ প্ৰৱেশ ]

ভৈৰৱী

( ৭ )

ভৈৰৱী—ঝাঁপতাল

হাঁহে উষা পূবাকাশে ধৰণী জাগিছে ধীৰে।
সুনিৰ্ম্মল তৰুৰাজি নিশাৰ তুষাৰ-নীৰে॥
সজাগ ৰাগ-ৰাগিণী,
তোলে সুৰময় ধ্বনি,
জাগৰিত সমীৰণে খেলিছে তটিনী-তীৰে॥ M

[ গীতৰ অন্তত ভৈৰৱী আসনত বহে ]

নতুন কৈ সজা ৰাগ-মন্দিৰৰ উদ্বোধন উৎসৱ সমাধা কৰিবলৈ ৰাগ-সম্ৰাট এই শোণিতপুৰলৈ আহিব। উৎসৱ উপলক্ষে ৰাগিণীসকলৰ নিৰূপিত সময় ঢিলাই দিয়া হৈছে। (বিনয়াই) ৰাগিণীসকল! উৎসৱৰ আয়োজন কৰিবৰ হল,— আহাঁহঁক।

[ জয়ন্তী আৰু কিন্নৰী ৰাগিণীসকলৰ নৃত্য-গীতেৰে প্ৰৱেশ ]

কিন্নৰী ৰাগিণীসকল

( ৮ )

কামৰূপী ভাটিয়ালী—কাৱালী

মুখত ফুটে গান,
সুৰে তালে ধৰে যে উজান।
সুৰে তালে ধৰে যে উজান—উজান,
ৰওক থমকি সুৰীয়া কাণ॥

২

বাছি বাছি সুৰ গাঁথি,
সুৰৰ চাকি থলোঁ পাতি,
ৰঙণ সনা সুৰত ধৰোঁ,
নতুন সুৰত তান—তান,
ৰওক থমকি সুৰীয়া কাণ॥ M.

[ গীতৰ অন্তত কিন্নৰী ৰাগিণীসকলে ভৈৰৱীদেৱীক ওলগনি জনাই থিয় হয় ]

ভৈৰৱী

ৰাগিণীসকল! ৰাগ-মন্দিৰৰ নিৰ্ম্মাণ কাজ সমাপতি হল। ৰাগ-সম্ৰাটক এই বাতৰি দিবলৈ কিন্নৰ ৰাগ অহিৰক চিত্ৰাচললৈ পঠোৱা হৈছিল। আজি তেওঁৰ উভতি আহি এইখিনি পাবৰ কথা। ৰাগ-সম্ৰাটৰ আদৰ-সম্বৰ্দ্ধনাৰ সকলো সম্ভাৰ যুগুত হৈছেনে?

জয়ন্তী

মহাৰাণী! সকলো সম্ভাৰ যুগুত কৰা হৈছে। পুৰী আৰু মন্দিৰ য'ত যেনেকৈ লাগে, বিধে বিধে সজোৱাও হৈছে।

ভৈৰৱী

বৰ ভাল কথা। ৰাগ-সম্ৰাট নটৰাজে এই পূজা-সম্বৰ্দ্ধনাত সন্তোষ পালে সকলো গৌৰব তোমালোকৰ হে।

[ দূৰৈত কিন্নৰ অহিৰৰ গীত—"মুৰলী বজাৱ হে.. " ]

জয়ন্তী

সম্ৰাজ্ঞী! সৌৱা, অহিৰ ককাইটি পালেহিয়েই।

[ অহিৰৰ প্ৰবেশ আৰু ভৈৰৱীক ওলগনি ]

ভৈৰৱী

অহিৰ! কি বাতৰি আনিছাঁ?

অহিৰ

মহাদেৱী, আপোনাৰ আহ্বান পাই নটৰাজ ৰাগ-সম্ৰাটে কালি প্ৰমথ ৰাগ-

সকলেৰে যাত্ৰা কৰি আহি বাটতে শৃঙ্গগিৰিত জিৰাইছে। মই আগ-জাননী দিবলৈ নিচেই দোকমোকালিতে লৰি আহিছোঁ।

**ভৈৰৱী**

অহিৰ, তোমাক ধন্যবাদ ! তুমি জিৰাই-শঁতাই ৰাগ-পুৰীৰ দেউৰিত কিন্নৰ ৰাগসকলেৰে সাজু হৈ থাকাঁগৈ। (কিন্নৰ অহিৰে ভৈৰৱীক প্ৰণাম কৰি গুচি যায়)। ৰাগিণীসকল ! আহাঁ, আমি আগবাঢ়ি শৃঙ্গগিৰিৰ পৰা নটৰাজক আদৰি আনোগৈ।

[ ভৈৰৱীক আগত লৈ কিন্নৰী ৰাগিণীসকল শাৰীপাতি থিয় হয়। ভৈৰৱীয়ে গীত লগাই দিয়ে, ৰাগিণীসকলে গায় ]

( ৯ )

আদৰণী গীত—মৃদু ত্ৰিতালী

( জন্মাষ্টমী ৰবাবী গীতৰ সুৰ )

ৰাগৰে ৰথতে উঠি, আহাঁ সুৰ-ৰাজ,
মেলি দিয়া নাটৰে দুৱাৰ।
আনা সুৰ অমৰণ, দিয়া মান অভগন,
ভৰি য'ক উছৱৰে পাৰ॥ ধ্ৰু॥

পদ

ফুলেৰে সজোৱা শৰাই কদমে কাঞ্চনে,
ধূপ-দীপে কৰোঁ নিবেদন।
ভোগজৰা ভৰা জল, আমৰ ডালি সুমঙ্গল
উপহাৰে কৰোঁ নিবেদন॥ K.

[ সকলোৰে প্ৰস্থান ]

এতিয়া মই "মহা ভৈৰৱ" মন্দিৰৰ দুৱাৰ মুকলি কৰি দিলোঁ। ৰাগ-ৰাগিণী সকল, তোমালোকে মন্দিৰৰ ভিতৰত নিজৰ নিজৰ ঠাই লৈ উদ্বোধন উৎসৱত প্ৰাণ ঢালি আনন্দ কৰাঁগৈহঁক। (পুনৰায় জয়ধ্বনি, ঘণ্টা-শঙ্খধ্বনি আৰু উৰুলি)

[ ভৈৰৱে মন্দিৰৰ দুৱাৰ ছোৱা মাত্ৰেই পট পৰিবৰ্ত্তন হৈ মন্দিৰৰ অভ্যন্তৰ ওলায় ]

## পট পৰিবৰ্ত্তন—মন্দিৰৰ অভ্যন্তৰ

[ ভৈৰৱ সিংহাসনত বহে, ভৈৰৱীয়ে ওচৰতে আৰু এখন আসনত বহে। এফালে কিন্নৰী ৰাগিণীসকল আঠু লৈ বহে ; আনফালে কিন্নৰ আৰু প্ৰমথ ৰাগসকল বীৰাসনত বহে ]।

ভৈৰৱ

সম্ৰাজ্ঞী! উদ্বোধনৰ কাম শেষ হল। এতিয়া মহোৎসৱৰ নৃত্য-গীত কৰিবলৈ কিন্নৰী ৰাগিণীসকলক অনুৰোধ কৰা হওক।

ভৈৰৱী

কিন্নৰীসকল! প্ৰভুৰ আদেশ মতে তোমালোকে এই মহৎ অনুষ্ঠানৰ উপযোগী নৃত্য-গীত কৰাঁহঁক।

কিন্নৰী ৰাগিণী সকল

(১১)

মিশ্ৰ ভাটিয়ালা—কাহাৰ্বা

উঠে মোহন বাদন বাজি।
কল কণ্ঠ ভৰি উঠে গীতিধাৰা আজি॥
সপোনৰ ছায়াময়ী সুৰবাহিনী—
ৰূপময়ী ছবি আজি যতেক ৰাগিণী,
যায় সুৰ-তৰঙ্গে ভাহি,
বিবিধ ছন্দে আজি॥ M.

ভৈৰৱ

দেৱী, ৰাগিণী-সম্ৰাজ্ঞী! কিন্নৰী ৰাগিণীসকলৰ বীণা-বিনিন্দিত গীতৰ সুৰত আজি

ঋতুৰাজ বসন্তৰ শোভা-সম্ভাৰ শোণিতপুৰত আৱিৰ্ভাব। সেই বসন্ত এই পুৰীত চিৰস্থায়ী হওক। (ৰাগিণীসকলে আক ভৈৰৱীয়ে ভৈৰৱক ওলগনি দিয়ে)। ৰাগিণীসকল! অফুৰন্ত সুৰ-সৌন্দৰ্য্যৰ আৰু এফেৰিমান আমাক উপভোগ কৰিবলৈ দিয়াঁহঁক।

(কিন্নৰীসকলৰ পুনৰায় নৃত্য-গীত)

সঙ্গীত উঠে কত ৰূপ-ৰসে,
সুবাসিত গন্ধে, মধুৰ পৰশে,
গীতি-তান-লয়-তালে-মানে,
নিনাদিতা ধৰণী আজি॥ M

ভৈৰৱ

উত্তম, অতি উত্তম। (দূৰৈত মাহুৰৰ আলাপ আৰু গীত—"দূৰণিৰে ৰাগ") সেয়া আমাৰ মাহুৰ কটকীৰ মাত নহয় নে? তেওঁক বিদেশৰ ৰাগ-ৰাগিণীবিলাকৰ বুজ-বাতৰি লবলৈ পঠাইছিলোঁ। কিবা বিশেষ বাতৰি আনিব পায়।

[মাহুৰৰ গীত গাই গাই প্ৰবেশ]

মাহুৰৰ গীত

(১২)

মাহুৰ মিশ্ৰ—কাহাৰৱা

দূৰণিৰে ৰাগ, দূৰণিৰে জাত,
সমদলে সাজি আছে বেৰি, ঐ আছে বেৰি!
আপোনাৰ ৰাগতে, আপুনি ভৰপূৰ,
দূৰণিৰ কথাকে পাহৰি, ঐ আছে বেৰি॥
সুৰৰ চুপহি মেলি সুৰবোৰ আছে বেৰি
মৌ কোঁহ সুৰৰে বিচাৰি;
সমাজিক ভাগি যায়, গীত-মাতে ভৰি যায়,
সুৰ-মৌ পৰিছে বাগৰি॥ K

[গীতৰ অন্তত মাহুৰে ভৈৰৱক ওলগনি জনায়]

ভৈৰৱ

কটকী মাহুৰ ! বিদেশৰ কি বাতৰি আনিছা ? দূৰণিৰ ৰাগবোৰ সমদলে সাজি অহাৰ কি গীত গালা, কোৱাচোন !

মাহুৰ

(ব্যস্ত ভাৱে) প্ৰভু ! কথা বিষম। প্ৰভুৰ আজ্ঞামতে এই দাসে জনদিয়েক প্ৰমথ-ৰাগেৰে সৈতে কলিঙ্গ সোমালোঁগৈ। তাৰ ৰেহ-ৰূপ চাই বুজিলোঁ যে আমাৰ এই বিনন্দীয়া সুৰ-সাম্ৰাজ্যৰ ওপৰত কেতবোৰ বিদেশী সুৰৰ বৰ লোভ। বৰ্ত্তমানে কাশ্মীৰ, গুজ্জৰ, মদ্ৰ, কলিঙ্গ, বৃন্দাবন, হস্তিনাপুৰৰ এটা সম্মিলিত বাহিনীয়ে কৰতোয়া সীমান্তৰ সিপাৰে ছাউনি পাতিছেহি আৰু কামৰূপৰ ৰাগ-বাহিনীক যুঁজলৈ আহ্বান কৰিছে। আমাৰ সীমান্ত-ৰখীয়া ৰাগসেনায়ো কোঁঠ পাতি শত্ৰুৰ সন্মুখত থিয় হৈছেগৈ। এই বাতৰি পাই মহামন্ত্ৰী শ্যাম কোৰঁৰে প্ৰভুৰ আজ্ঞা লবলৈ এই দাসক পঠাইছে।

ভৈৰৱ

কি ! বিদেশী ৰাগে মোৰ অজেয় ৰাগ-বাহিনী জয় কৰিবলৈ সাহ কৰে ! মাহুৰ ! কোন কোন বিদেশী সেনাপতিয়ে সুৰ-বাহিনী লৈ মোৰ সীমান্তত ভৰি দিছেহি কব পাৰা নে ?

মাহুৰ

প্ৰভু ! বন্দীহঁতে বিশেষ বুজ লৈ জানিব পাৰিছোঁ যে ৰাগ-সেনাপতি সিন্ধুৰ অধীনত গুৰ্জ্জৰৰ সুৰ-সেনা, কাশ্মীৰৰ মুখ্য ৰাগ ভূপালৰ অধীনত কাশ্মীৰৰ সুৰ-বোৰ; মল্লাৰ, কল্যাণ, কেদাৰ, গান্ধাৰ, ললিত আদি সেনাপতিসকলৰ অধীনত নানা দেশৰ সুৰ-সৈন্যবোৰ আহিছে।

ভৈৰৱী

সম্ৰাট ! প্ৰভু ! ৰাগ-সাম্ৰাজ্যৰ এই আসন্ন বিপদত প্ৰভুৰ আজ্ঞা হলে কিন্নৰ ৰাগ-ৰাগিণীৰ এটা বাহিনী লৈ মই শত্ৰুৰ বিৰুদ্ধে ৰণ-যাত্ৰা কৰিব পাৰোঁ।

ভৈৰৱ

দেৱী ! কোনো চিন্তা নাই। মোৰ কামৰূপৰ প্ৰমথ ৰাগ কেজনমানেই হেলাৰঙ্গে ত্ৰিলোকৰ ৰাগ-ৰাগিণী জয় কৰি আহিব পাৰে। আগৰ দৰেই দেৱীৰ কিন্নৰ-কিন্নৰী ৰাগ-ৰাগিণীসকলে নিজৰ নিজৰ নিৰূপিত সময়ৰ কাম কৰি আনন্দ উৎসৱ চলাই থাকক। (আসোৱাৰীলৈ চাই) সেনাপতি আসোৱাৰী ! তুমি নিজে এই যুদ্ধৰ পৰিচালনা কৰিবা। মন্ত্ৰী শ্যামক কৰ্বা আমাৰ দাঁতি-কাষৰীয়া বৰো, জয়ন্তা, মণিপুৰ, ব্ৰহ্ম, শ্যাম, আনাম আদি কৰতলীয়া ৰাগ-ৰাজ সকললৈ কটকী পাচক। তেওঁলোকে এই ৰণৰ সম্ভাৰ আৰু তেওঁলোকৰ এটি ৰাগৰ ফৌজো যুগুত ৰাখক ; আৱশ্যক হলে আমাক যোগাব। (মাহুৰক) মাহুৰ, তুমিও আসোৱাৰীৰ লগত যোৱা।

[ আসোৱাৰী আৰু মাহুৰে ভৈৰৱক ওলগনি জনাই প্ৰস্থান কৰে ]

ভৈৰৱ

ৰাগিণী সম্ৰাজ্ঞী আৰু ৰাগ-ৰাগিণী সকল ! তোমালোকে মই উভতি নাহোঁমানে ৰাগৰ উৎসৱ চলাই থাকা। মই তুৰন্তে বিদেশী সুৰবোৰক বন্দীকৈ আনি খেলে খেলে ভগাই দিমহি। মোৰ দুৰ্জ্জয় ৰাগ-সেনাৰ আগত বিদেশী সুৰে সৰহ পৰ তিষ্ঠিব নোৱাৰিব !

দেৱী ! মই এতিয়া বিদায় লৈছোঁ।

[ ভৈৰৱ আসনৰ পৰা উঠে। ভৈৰৱী আৰু ৰাগ-ৰাগিণী সকলে ওলগনি জনায় ]

## পটক্ষেপণ

[ প্ৰথম ঝঙ্কাৰৰ লয় ]

—— ——

# দ্বিতীয় অঙ্কাৰ

## তান এক—কৰতোয়াৰ পাৰত

[ মুৰলী, তাল, মৃদঙ্গ, খঞ্জনী, বাম কৰতাল আদি বাদ্য-যন্ত্ৰ বজাই গীত গাই কামৰূপী ৰাগ-সেনা সকলৰ প্ৰবেশ ]

**ৰাগ-সেনাসকল**

(১৩)

নাট বৰাৰী—ছেপ্‌কা

চাপৰি বজাই যাওঁ তালে ছেৱে।
গাই যাওঁ গীত-মাত জয় ৰৱে ॥ধ্ৰু॥
সিঁচৰি পৰিব সুৰ বসুন্ধৰী।
যাউতিযুগীয়া হৈ থাকিব ভৰি ॥১॥
আউলি-বাউলি সুৰ জোঁট ভাঙ্গি দিওঁ।
গীতৰ জালত বান্ধি সুৰবোৰ নিওঁ ॥২॥ M.

[ আসোৱাৰীৰ ব্যস্ত ভাৱে প্ৰৱেশ ]

**আসোৱাৰী**

ৰাগ-সেনাসকল! সৃষ্টিকৰ্ত্তাৰ বিনন্দীয়া সৃষ্টি এই কামৰূপ সাম্ৰাজ্য। ৰাগসম্ৰাট ভৈৰৱ আৰু ৰাগিণী সম্ৰাজ্ঞী ভৈৰৱী দেৱীৰ শাসনৰ তলত এই ৰাগ-ৰাজ্য চিৰকালেই আনন্দময়, সঙ্গীতময়! তোমালোক ৰাগসকল আৰু ৰাগিণীসকলৰ গৌৰৱ মলিন কৰিবলৈ এমুঠি বিদেশী সুৰে কৰতোয়াৰ সিপাৰে ছাউনি পাতি আমাক যুঁজলৈ আহ্বান কৰিছে। ৰাগ-ৰাজ ভৈৰৱৰ আদেশ—আমি ৰাগসকলে আমাৰ অদ্ভুত সুৰ-কৌশলেৰে বিদেশী সুৰবোৰক বন্দী কৰি আনিব লাগে। আৰু মনত ৰাখিবা যে বিদেশী সুৰবোৰক আল্ ফুল্‌কৈ ধৰি ৰাগ সম্ৰাটৰ ওচৰলৈ নিব লাগিব—পৰম কাৰুণিক ভৈৰৱৰাজৰ এয়ে আজ্ঞা। আমাৰ সুৰ অমৰ হওক! কামৰূপ ৰাজ্য

চিৰকাল সঙ্গীতময় হৈ থাওক! নটৰাজ ৰাগ-সম্ৰাটৰ জয় হওক! (সেনাসকলৰ উচ্ছ্বাস বাণী—"জয় নটৰাজ-ভৈৰৱৰ জয়," "জয় ৰাগ-সম্ৰাটৰ জয়।")

এতিয়া আহাঁ, আমি নটৰাজৰ জয় গীত গাই গাই যুঁজলৈ আগ বাঢ়োঁ। হঁক।

**ৰাগ-সেনাসকল**

ধৰি আনো যত সুৰ আলফুলকৈ।
গীতে ৰাগে মানে গাওঁ জয়, জয়, জয় ॥ ৩ ॥
চাপৰি বজাই যাওঁ ··· ··· ··· ॥ M

[ গীত গাই তালে তালে খোজ দি সকলোৰে প্ৰস্থান ]

---

# দ্বিতীয় ঝঙ্কাৰ।

## তান দুই—কৰতোয়াৰ পাৰৰ বনপথ

[ হাঁহি হাঁহি ৰবো-ক্কোৰ প্ৰবেশ আৰু গীত ]

**ৰবো-ক্কো**

( জাত নগাৰ্ড ) হিঃ-হিঃ-হিঃ-হিঃ-হিঃ !
হাঃ-হাঃ-হাঃ-হাঃ-হাঃ !
নাই দেখা ঐ নাই দেখা,
নাই শুনা ঐ নাই শুনা,
হিঃ-হিঃ-হিঃ-হিঃ-হিঃ
হাঃ-হাঃ-হাঃ-হাঃ-হাঃ !

[ নৃত্যগীত গতিৰে দেউধনীৰ প্ৰৱেশ ]

দেউধনী।

( জাত লগাই ) হাঁহিতে বাগৰি পৰনো কিয় তই ? পৰনো কিয় তই ?
হাঁহিতে বাগৰি পৰ ?
কিনো কথা আগে ক' ভাঙি পাতি, ক' ভাঙি পাতি,
তাৰ পাছে হাঁহিবি হেৰ।

শৰো-কো।

( জাত লগাই ) দেউধনী বাইদেউ, দেউধনী বাইদেউ !
দেউধনী বাইদেউনে কোন !
ক'ত বাক দেখিছা, ক'ত বাক শুনিছা
—এনে বোৰ কথা কোৱাচোন !
( হাঁহে ) হোঃ হোঃ হোঃ হোঃ।

দেউধনী

( জাত লগাই ) হাঁহি থাক, হাঁহি থাক, অকলৈ বহি ঐ, অকলৈ বহি ঐ।
হাঁহি তোৰ ওৰ নাইকিয়া।
আজৰিকে নাই ঐ, আছে মাথোঁ নাচ, আজি আছে মাথোঁ নাচ
সেয়ে কৰোঁ তভাতৈয়া ॥

শৰো-কো

শুন বাক কওঁ শুন। এই—বিদেশৰ পৰা কেতবিলি সুৰ আহি আমাৰ দাঁতি-চুৱাৰৰ কাষত বৰ গণ্ডপ মাৰি আমাৰ সৰ্গদেউ মহাৰাজক যুঁজলৈ মাতিছিল। পিছে আজি নিশা আমাৰ বৰ সেনাপতি আসোৱাৰীয়ে কামৰূপ ৰাগ-সেনাৰ অকণমানি ফৌজ এটাৰে তেলা-বঙ্গ সিহঁতক হকবাই ভৈৰৱ মহাৰাজৰ চিত্ৰাচল ৰাজপুৰীলৈ ধৰি লৈ গৈছে।

দেউধনী

উ! বিদেশী সুৰবোৰক বন্দী কৰি আমাৰ ৰাগসকলে ধৰি নিছে…

(জাত লগাই) সেয়ে ইমান হাঁহি তোৰ
সেয়ে ইমান হাঁহি ?

ঝবো-ঝৌ

(জাত লগাই হাঁহি) হি হি হি, হি হি হি—হি হি হি, হি হি হি
হি হি হি, হি হি হি, হি ই ইক্।
ঐ হাঁহিৰে কথাৰে ওচৰে চপা নাই,
ৰ-চোন ৰ-চোন ৰ।

দেউগ্রন্থী

(জাত লগাই) ধেমালিলৈ মোৰ ৰবলৈ কে নাই ঐ
কৱ যদি হেৰ ক ॥

ঝবো-ঝৌ

(হাঁহি জাত লগাই) হি-হি-হি, হি-হি-হি—ৰ-ৰ-ৰ-ৰ ॥

দেউগ্রন্থী

(জাত লগাই) এই খিনিতে ৰলোঁ হেৰ ক-ক-ক ॥

ঝবো-ঝৌ

শুন্-তেনে কাণপাতি শুন।—এই ৰাম-ৰাৱণৰ যুঁজ, দেউ-দানৱৰ যুঁজ, কুৰু-পাণ্ডৱৰ যুঁজ, এইবোৰ যুঁজৰ কথা শুনিছ নহয়! এই যুঁজ সেই যুঁজ নহয়। এই যুঁজ ৰাগ-সুৰৰ যুঁজ। সিফালৰ সুৰবোৰে অস্ত্র জোকাৰি থাকোঁতেই আমাৰ ৰাগবোৰে বিদেশী ৰাগবোৰক মালিতা ডোল মাৰি সোপাকে বান্ধি পেলালে। ক'ৰ দপ্-দপনি্ কলৈ গল? এতিয়া আমাৰ ৰাগসেনাই বিদেশী সুৰবোৰক মালিতা ডোলেৰে বান্ধি চিত্ৰাচললৈ টানি নিছে।

দেউগ্রন্থী

আগ-গুৰি নাই তোৰ খবা-মুৰা কথা!
যুঁজত আমাৰ অস্ত্রনো কি? বিদেশী অস্ত্রনো কি?

**ৰবো-ক্কো**

( জাত লগাই ) বিদেশী অসুৰ হুটা নাম,

মুখতে নোলায় কেনেকৈ গাম ?

এই কিবা বোলেনে-ছু-ছু-ছু, ছুৰদ—গুণ্-গুণ্-গুণ্

আকৌ কিবা বোলেনে পাখোৱাজ নে ফাখোৱাজ—গুম্ গুম্ তাক্ ধুম্।

আৰু মুখত নোলায় তেৰ।

**দেউগ্ৰন্থী**

বাৰু, বিদেশী অসুৰ নাম আৰু কব নেলাগে। আমাৰ ফালৰ নো কি কি অস্ত্ৰ ?

**ৰবো-ক্কো**

হেঃ হেঃ হেঃ— আমাৰ ফালৰ ? আমাৰ ফালৰ অস্ত্ৰবোৰ কওঁ শুন ;

বাঁহী, মুৰলী, পিপলি, কালি,

চেৰেঙা, দোতোৰা, বীণ, টোকাৰি,

বাম-কৰতাল আৰু খঞ্জৰী ॥

ডবা, নাগাৰা, মৃদং, তাল,

অগণন অস্ত্ৰ বজায় ভাল,

বিদেশী সুৰৰ কৰে পয়মাল ॥

**দেউগ্ৰন্থী**

( আচৰিত হৈ ) আচৰিত যুঁজ ! পিছে, বিদেশীবাগৰ লগত ৰাগিণীও আছিছিল নহয় ? সিহঁতনো গল কলৈ ?

**ৰবো-ক্কো**

কায়াৰ লগত ছাঁয়া। ৰাগবোৰৰ লগে লগে সিহঁতকো চিত্ৰাঙ্গদালৈ নিছে। পিছে সিহঁতক বৰ আল্-ফুল্‌কৈ দোলাত তুলি নিছে দেই। সিহঁত বতাহতে পমি যোৱা। আমাৰ দেশৰ বতাহ-পানীত সিহঁত জাহ যাবগৈ যেন হে পাইছোঁ। ছিঃ ছিঃ ছিঃ।

**ঢেউধ্বনী**

যাওঁ— মাৰৈ নাচৰ বেলি উকলিব লগা হল।

**ৰবো।**

হেৰ বাইটি! দহোকুৰি ঢৌতে থৰ মাৰি তোৰ ছাঁয়া-ডকৰ নাচোনটো দি যা।

**ঢেউধ্বনী**

তোৰ মালচী গীতটো ধৰ। মই পাক এটা দি যাওঁ বাক।

[ ৰবো কৌৱে চাপৰি বজাই গীত গায়, ঢেউধ্বনীয়ে তালে তালে নানাভঙ্গিৰে নাচোন দিয়ে ]

( ১৪ )

ৰবো-কৌ—দাদৰা

এ, গীতৰ ধেনু, ৰাগৰ কাঁড়, তাল মানৰ গুণ,
সুৰৰে ৰথত সাজি কাচি উঠে সুৰ চিকুণ—
ঐ উঠে সুৰ চিকুণ, উঠে সুৰ চিকুণ--
সুৰৰ ৰথত সাজি কাচি উঠে সুৰ-চিকুণ ॥ ধ্ৰু ॥
গীতৰ জালৰ চাটি মাৰি সুৰবোৰক ধৰি।
ৰাগ মালিতাৰ বান্ধোন বান্ধে অথিৰ-অবিৰ কৰি;
ঐ অথিৰ-অবিৰ কৰি। ১।
মোহ লগায় বীণৰ মাতে মৰম লগায় কালি।
সুৰবোৰে বিসুৰ হৈ লৰে হালি জালি।
ঐ লৰে হালি জালি। ২।
এ, তাল পাহৰি বেতাল হৈ ধৰে সুৰ করুণ,
আলসুৱা ঠেও এৰি পিন্ধে সাজ নতুন,
ঐ পিন্ধে সাজ নতুন ॥ ৩ ॥ M.

[ একালে ঢেউধ্বনীয়ে নাচি নাচি গুচি যায়, আন কালে গীত গাই গাই ৰবো-কৌৰ প্ৰস্থান ]

# দ্বিতীয় ঝঙ্কাৰ

## তান, শেহ সঞ্চাৰী—চিত্ৰাচলৰ উমানন্দত ভৈৰৱৰ ৰাজসভাত

[ সিংহাসনত ভৈৰৱ, পাছকালে সোঁহাতে, ৰাগ এজনে বিচি থাকে, বাওঁহাতে ৰাগিণী এগৰাকীয়ে চোৱঁৰ লৰাই থাকে। সমুখৰ দুয়োকাষে প্ৰথম ৰাগ সকল বীণাসমত বহিছে— গীত গাই গাই শ্যাম ৰাগৰ প্ৰবেশ ]

**শ্যাম**

( ১৫ )

মিশ্ৰ শ্যাম—ত্ৰিপটু

জয়তু সঙ্গীত! মন বিনোদিত,
প্ৰাণ হৰষিত কৰা হে।
সুৰ নিৰুপম বাণী মনোৰম,
নানা তাল-মান-ভৰা হে॥
উঠে গীতৰঙ্গ, বাজে যে মৃদঙ্গ,
নাচে অঙ্গ নানা ভঙ্গে হে।
গগন পূৰিত বিজয় সঙ্গীত,
মোহন সুৰ-তৰঙ্গে হে॥ M

[ গীতৰ অন্তত শ্যামে ভৈৰৱক ওলগনি জনাই সিংহাসনৰ সোঁ-কাষে থিয় হব ]

**ভৈৰৱ**

মহামন্ত্ৰী শ্যাম! যুদ্ধৰ কিবা বাতৰি পাইছাঁনে? কালি দিনৰ আগপৰতে আমাৰ সেনাপতিক নাটকাচলৰ পৰাই আমাৰ ৰাগ-সেনা পৰিচালনা কৰিবলৈ কৰতোৱাৰ পাৰলৈ পঠোৱা হল। আমিও তাৰ পিছতে এই খিনি পালোঁহি। সেনাপতি ইমানপৰে পাবহি লাগিছিল। বিলম্ব হোৱাৰ কাৰণ বুজিব পৰা নাই।

**শ্যাম**

প্ৰভু! এই সম্পৰ্কে উদ্বিগ্ন হবৰ কোনো কাৰণ নাই। আমাৰ কামৰূপৰ ৰাগ-ৰাগিণী বিশ্ব-বিজয়ী। মোৰ মনেৰে বিজয়ধ্বজা উড়াই, বিজয় সঙ্গীত গাই অলপতে আমাৰ ৰাগ-বাহিনী পায়হি যে লাগে। কামৰূপৰ ৰাগক যুদ্ধলৈ আহ্বান কৰা স্পৰ্দ্ধাৰ কাৰণে বিদেশী সুৰৰ কি শাস্তি হব পাৰে, তাকেহে মই চিন্তা কৰিছোঁ।।

[ দূৰৈত ৰামগিৰিৰ আলাপ আৰু গীত—"পুৰবী নিশাই জোনৰ ধেমুত তৰাৰ লগাই কাঁড়" ]

**শ্যাম**

প্ৰভু নটৰাজ! শুনক! আমাৰ আনন্দময় বিজয়-ৰাগিণীৰ ঢৌ ৰামগিৰিৰ আলাপত লুইতৰ ওপৰেদি ভাহি আহিছে।

**এজন প্ৰমথ**

সম্ৰাট। সৌৱা, ৰামগিৰি কোৱঁৰে গীত গাই গাই সিংহদুৱাৰ পাইছোঁহি।

[ গীত গাই গাই ৰামগিৰিৰ প্ৰবেশ—ভৈৰৱে সাকে আন সকলোৱে দুটি ওলগনি দিলে ]

( ১৬ )

ৰামগিৰি—মৃদু ত্ৰিতালী

পুৰবী নিশাই জোনৰ ধেনুত
তৰাৰ লগাই কাঁড়।
আন্ধাৰ পোহৰ কৰি ইঠাই,
হল চকুৰ আঁৰ, হল চকুৰ আঁৰ॥
পূৰৱ পাটত উঠিল বেলি,
সাৰ পালে চকু মেলি,
শিলত আঁকা ৰেখাৰ ছবি ফুটিল জাতিস্কাৰ॥

[ গীতৰ অন্তত ৰামগিৰিয়ে ভৈৰৱক ওলগনি জনায় ]

**ৰামগিৰি**

(উল্লাসেৰে) নটৰাজ ভৈৰৱৰ জয়! প্ৰভু! আনন্দ! আজি অতি আনন্দ! আজিৰ প্ৰভাতে প্ৰভুৰ বিজয়-বাৰ্ত্তা দিগ্-দিগন্ত ধ্বনিত কৰি ঘোষণা কৰিছে।

ভৈৰৱ

( ৰামগিৰিক ওচৰ চপাই মৰমেৰে মূৰত হাত বুলাই ) ৰাম ! তোমাৰ আনন্দৰ ভাগ আমাকো লবলৈ দিয়াঁ। যুঁজৰ বাতৰি কি ?

ৰামগিৰি

প্ৰভু ! আমাৰ সেনাপতি আসোৱাৰীয়ে হেলাৰঙ্গে বিদেশী সুৰবিলাকক পৰাজয় কৰি বন্দী কৰিলে। সিহঁতক লৈ সমদলে আহি বাহিৰ কৰাপাটৰ আঁৰ-পৰ্ব্বতত জিৰাইছে। মোক আগজাননী দিবলৈ সেনাপতিয়ে পঠাইছে। ( দূৰৈত জয়ধ্বনি—"জয় নটৰাজ ভৈৰৱৰ জয়" ) প্ৰভু ! সৌৱা তেওঁবিলাক পালেহিয়েই।

[ মল্লাৰক ফুলৰ মালাৰে বান্ধি আসোৱাৰী আৰু দুজন প্ৰমথবাদৰ প্ৰবেশ আৰু ভৈৰৱক ওলগনি ]

আসোৱাৰী

ৰাগসম্ৰাট নটৰাজ ভৈৰৱৰ জয় ! প্ৰভু ! দুখানি চৰণৰ কৃপাত আমাৰ ৰাগ-সেনাই ক্ষন্তেকতে বিদেশী সুৰবোৰক ৰণত হেকৰাই ছিন্ ভিন্ কৰিলে। কিছুমান সুৰ পলাই গল। বাকী সুৰবোৰক বন্দী কৰি আনি লুইতৰ উত্তৰ পাৰৰ আঁৰ-পৰ্ব্বতত প্ৰমথ কিছুমানক ৰখীয়াকৈ থৈ আহিছোঁ। বন্দী সুৰবোৰৰ প্ৰধান নায়ক জনক প্ৰভুৰ আগত উপস্থিত কৰিছোঁহি। এওঁৱেই বন্দী সুৰবোৰৰ প্ৰতিনিধি, নাম মল্লাৰ। এতিয়া প্ৰভুৰ যি আজ্ঞা হয়।

ভৈৰৱ

আসোৱাৰী ! এওঁৰ হাতৰ বান্ধ মুকলি কৰি দিয়াঁ। ( আসোৱাৰীয়ে মল্লাৰৰ হাতৰ ফুলৰ মালাৰ বান্ধ মুকলি কৰি দিলে ), — বিদেশী ৰাগ ! তোমাৰ কি কবলগীয়া আছে কোৱাঁ।

( মল্লাৰে আগবাঢ়ি আহি ভৈৰৱক ওলগনি কৰাই গীত ধৰে )

(১৮)

মল্লাৰ—কাৱালী

পৱনে আনে ধীৰ মধুৰ স্বনে
সুললিত মৃদুল ৰাগ-ৰাগিণী।

শ্যামল বনে গিৰি মালাৰ মাজে
বাজে শত মন্থৰ সুৰৰ ধ্বনি ॥
তপন-ৰাগে জ্বলে নিয়ৰ কণা,
জ্বল মল জ্বল মল পোহৰ সনা,
বিভোৰ হিয়া দেখি শুৰনী ছবি,
—অনুপমা মনোৰমা অসমা ৰাণী ॥
সুজলা নদী নামে শৈল ভেদি,
কুলু কুলু ৰবে গায় আকুল গীতি,
বিহগে ধৰে সুখ-কাকলি কত,
—গীতময়ী অসমা সুৰ-জননী ॥ M.

মল্লাৰ

( পুনৰায় ওলগণি জনাই ) ৰাগ-সম্রাট ! পৰাজিত হৈও মই আজি ধন্য এনে অদ্ভুত সুৰ-তাল-মান-লয়ৰ পৰিচালনা ত্ৰিলোকত দুৰ্লভ। বিজিত ৰাগ-ৰাগিণীৰ ওপৰত আপোনাৰ বিজেতা ৰাগসকলৰ মহানুভৱতা আৰু সৌজন্যত আমি বিমুগ্ধ হৈছোঁ। এই মুনি মনোলোভা চিৰ সৌন্দৰ্য্যময় কামৰূপে আমাক লাহে লাহে আকৰ্ষণ কৰিব লাগিছে। আমাৰ লগতে বন্দী হোৱা ৰাগ-ৰাগিণীসকলৰ প্ৰাৰ্থনা এই যে যদি সম্রাটে দয়া কৰি আপোনাৰ বিশাল ৰাজ্যৰ এচুকত আমাক আশ্ৰয় দিয়ে, তেন্তে আমি সাম্রাজ্যৰ প্ৰজাস্বৰূপে থাকিব খোজোঁ ঠিক।

ভৈৰৱ

শ্যাম কোৱঁৰ ! এই বিষয়ে তোমাৰ মত কি ?

শ্যাম

প্ৰভু ! আপোনাৰ অসীম দয়া আৰু উদাৰতাৰে যদি বিদেশী সুৰসকলক আশ্ৰয় দিয়া হয়, তেন্তে কেইটামান সৰ্ত্তত এওঁলোকক এই সাম্রাজ্যত বসতি কৰিবলৈ দিয়া উচিত।

**ভৈৰৱ**

মল্লাৰ! তুমি আৰু তোমাৰ লগৰ ৰাগ-ৰাগিণীসকলে সৰ্ত্ত মানি মোৰ সাম্ৰাজ্যৰ প্ৰজা হৈ থাকিবলৈ মান্তি হবা নে?

**মল্লাৰ**

দয়ালু ৰাগসম্ৰাট। আপুনি আৰু আপোনাৰ ৰাগসকল গুণগ্ৰাহী আৰু মহানুভৱ। আপোনাসকল বিজেতা, আমি বিজিত আৰু আশ্ৰয়প্ৰাৰ্থী। আপোনাসকলৰ সৰ্ত্তবিলাক মানি চলিবলৈ আমি ন্যায়তঃ বাধ্য।

**ভৈৰৱ**

(শ্যামলৈ চাই) মল্লাৰৰ। এওঁৰ কথা শুনিছা। এতিয়া আমাৰ সৰ্ত্তবোৰ কোৱা।

**শ্যাম**

প্ৰভু! বিদেশী ৰাগ-ৰাগিণীবিলাক আমাৰ সাম্ৰাজ্যৰ প্ৰজাস্বৰূপে থাকিলে এই শান্তিময়, সুৰময় ৰাজ্যত অশান্তি আৰু সুৰ-বিভ্ৰাট ঘটিব পাৰে। সেই কাৰণে বহুত ভাবি গুণি কেইটামান সৰ্ত্ত প্ৰভুৰ চৰণত নিবেদন কৰোঁ।

প্ৰথম সৰ্ত্ত—বিদেশী সুৰবিলাকক একে ঠাইতে দল পাতি থাকিবলৈ নিদি আমাৰ প্ৰধান প্ৰধান ৰাগ-কোৱঁৰ আৰু ৰাগিণী-কুৱঁৰীসকলৰ খেলে খেলে গুণ, যোগ্যতা অনুসাৰে বৃত্তি-বিধান দি ভগাই দিয়া হওক।

দ্বিতীয় সৰ্ত্ত—বিদেশী সুৰবোৰ আমাৰ সাম্ৰাজ্যৰ প্ৰজা-স্বত্ব পোৱাৰ আগেয়ে আমাৰ ভাষা, ভাব, ঠাট, লয়, সাজ-পোছাক ধৰণ-কৰণ আদি লব লাগিব।

তৃতীয় সৰ্ত্ত—তেওঁবিলাকৰ দেশৰ পৰা বিদেশী ৰাগ-ৰাগিণী পৰিয়াল আনিবলৈ ইচ্ছা কৰিলে প্ৰথমে ৰাগ-সম্ৰাটৰ অনুমতি লব লাগিব। আৰু দ্বিতীয় সৰ্ত্তমতে নতুনকৈ অহা ৰাগ-ৰাগিণীবিলাকে এই সাম্ৰাজ্যৰ ঠাট, লয়, সাজ-পোছাক আদি লব লাগিব।

**ভৈৰৱ**

মল্লাৰ, তুমি আৰু তোমাৰ লগৰ ৰাগ-ৰাগিণী বিলাকে এই তিনিটা সৰ্ত্ত মানি চলিবলৈ সন্মত হবা নে?

মল্লাৰ

সম্রাট ! প্রভু ! বন্দীৰ প্রতি বিজেতাৰ এনে আচৰণ কোনো দেশত কোনো কালতেই হোৱা নাই আৰু নহব। কামৰূপ সাম্রাজ্য নো কিয় দেৱতাবাঞ্ছিত আৰু কামৰূপৰ সুৰনো কি গুণত ভুবন-বিজয়ী তাক এতিয়াহে বুজিলোঁ। অতি আনন্দমনে আৰু কৃতজ্ঞতাৰে সেই সৰ্ত্তবোৰ মানি লৈ সম্রাটৰ ৰাজ-ভক্ত প্ৰজা-স্বৰূপে চিৰকাললৈ আমি কামৰূপত বাস কৰিবলৈ সম্মত। (মল্লাৰে আঁঠু লৈ ভৈৰৱক ৰাজ-ভক্তি জনায়)।

ভৈৰৱ

পৰম সন্তোষৰ কথা। শ্যাম কোঁৱৰ ! বিদেশী ৰাগবিলাকক কামৰূপৰ ঠায়ে ঠায়ে পাতিবলৈ দিহা কৰা। ৰাগিণীবিলাকক নাটকাচলৰ অধিষ্ঠাত্ৰী সম্ৰাজ্ঞী ভৈৰৱী দেৱীৰ লগত দিয়া।

ৰাগ সেনাপতি আসোৱাৰী আৰু ৰাগ-সেনাসকলক মোৰ ধন্যবাদ। কামৰূপৰ ৰাগ-বাহিনীৰ এই "সুৰ-বিজয়" অনন্ত কাললৈ অমৰ হওক ! পৃথিবীৰ মলিনতা দূৰ হওক ! বিশ্ব সঙ্গীতময় হওক !

মন্ত্ৰী শ্যাম ! আজি "সুৰ-বিজয়" উপলক্ষে গোটেই সাম্রাজ্যব্যাপী আনন্দ মহোৎসৱৰ যুগুত কৰা।

শ্যাম

প্ৰমথ ৰাগসকল ! তোমালোকে আমাৰ "সুৰ-বিজয়" ঘোষণা কৰি এটি গীত ধৰা।

[ প্ৰমথ ৰাগ সকলে ভৈৰৱক প্ৰণাম কৰি থিয় হৈ গীত ধৰে ]

প্ৰমথ ৰাগসকল

(১৮)

দুৰ্গাৰৱী মালশ্ৰী - মধ্যমান

এহে, পাতিলা সুৰৰ পুৰী - কামৰূপ মাজে ॥
অমৰণ ৰাগে-সুৰে শোভে নৱ সাজে ॥ ধ্ৰু ॥
কথাৰে ফটিক স্তম্ভ থাপিলা যতনে।
চৰিছে জেউতি তাৰে ৰাগিণী ৰতনে ॥ ১ ॥

ওপৰত দিলা তৰি সুৰৰে চান্দোৱা !
বেৰিলা দি চাৰি পাশে গীত বিনন্দীয়া ॥ ২ ॥
অস্থায়ী-অন্তৰা কত আনিলা বিচাৰি ।
গাঁথিলা লগতে তাৰ আভোগ-সঞ্চাৰী ॥ ৩ ॥
তালৰে ভেটিতে দিলা বোলৰে লেপন ।
কণ্ঠ ভৰি জাত জাত সুৰ বৰিষণ ॥ ৪ ॥ K

[ গীতৰ অন্তত জয় ধ্বনি—"জয় নটৰাজ ভৈৰৱৰ জয়" ! "জয় কামৰূপী সুৰ বাহিনীৰ জয়"। —আৰু ডবা, শঙ্খ, কাঁহ, টিলিকা, ভোৰতাল বাদ্য । ]

## পটক্ষেপণ

## "সুৰ-বিজয়" নাট সমাপ্ত

---

# সুৰ বিজয়ৰ

## সুৰলিপি

বৰদলৈ।

### ১ নং গীত

মিশ্র তিলককামোদ—মধ্যমান

#### ১ম অস্থায়ী

| + | | | | ৩ | | | ০ | | | | ১ | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| প | ধ | প | র্সা | নো | ধ | পম | ম | ধ | প | ধ | ম | গঋসা |
| লো | কী | উ | প | হা | আ | আর | ম | র | ম | স | না | আ |

| + | | | | ৩ | | | | ০ | | | ১ |
|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | গ | প | ম | প | ধ | ধ | পম | গপ | ধপ | ম | ম |
| আ | আ | ঞ্জি | ই | শু | উ | চ | অ | ল | গ | নে | এ |

#### ২য় অস্থায়ী

| + | | | ৩ | | | | ০ | | | | ১ | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| নি | নি | নি | নি | নি | নি | র্সা | ধ | নি | র্সা | র্ঋা | ধনি | র্সা |
| আ | দ | রে | যা | চি | ছো | ও | সা | দ | র | বা | নী | ঈ |

| + | | | | ৩ | | | | ০ | | ১ |
|---|---|---|---|---|---|---|---|---|---|---|
| ম | ম | গ | ম | ঋা | গ | ম | প | ঋাগ | ম | ম |
| শু | না | চে | এ | চ | র | ধ | ম | নে | এ | এ |

#### ১ম অন্তরা

| + | | | | ৩ | | | | ০ | | | | ১ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| গ | ম | ধ | ধ | গ | ম | ধ | ধ | প | ধ | র্সা | নি | র্সা |
| ধূ | প | ধূ | না | সু | উ | বা | স | উ | ঠি | ছে | ভ | বি |

| + | | | | ৩ | | | | ০ | | | | ১ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| নি | র্ঋা | র্সা | র্ঋা | নো | নো | ধ | পম | ম | ধ | প | ম | গ |
| তু | লি | ছে | কু | সু | ম | রা | জি | য | ত | ন | ক | বি |

| | | | | | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| + | | | | ৩ | | | | ০ | | | | ১ | | | |
| । | ।• | ।• | ।• | । | ।• | ।• | ।• | । | ।• | । | । | । | । | । | । |
| নি | সা | গ | গ | নি | সা | ঋ | ঋ | ধ | সা | নো | নো | ধ | প | ম | গ |
| দী | প | জ্বা | লি | গাঁ | আ | থি | ছোঁ | আ | আ | লো | ক | মা | আ | লা | আ |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| + | | | | ৩ | | | | ০ | ১ |
| । | । | । | । | । | । | । | । | ।।।। | ।।।। |
| ম | ধ | প | ধ | ম | গ | ঋ | প | ম | ম |
| চো | ৱাঁ | হে | এ | তু | উ | ন | য় | নে | এ |

( দ্বিতীয় অন্তৰাও প্ৰথম অন্তৰাৰ নিচিনা )

## ২নং গীত

### দিহা অহিৰ - মৃদু ত্ৰিতালী

### অস্থায়ী

| + | | ৩ | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|
| নো | সা | ঋ | নো | সা | নো | সা | নো | প |
| মু | ৰ | লী | ৰ | কায় | হে | এ | এ | এ |

| + | | ৩ | | | | ০ | | | ১ | |
|---|---|---|---|---|---|---|---|---|---|---|
| প | নো | সাঋ | সা | নো | প | ম | গো | ম | গো | সা |
| মু | উ | ৰ অ | লী | ই | ৎ | অ | জা | ন্য | আ | আয় |

| + | | | | ৩ | | | | ০ | | | | ১ | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| গো | ম | গো | ম | গো | ম | নো | নো | প | সা | নো | প | ম | নো |
| ভৈ | য়া | ম | ৎে | মা | ৎে | তা | ৰে | ফু | ৰে | বি | ভি | আ | আই |

### ১ম অন্তৰা

| + | | ৩ | | ০ | | | ১ | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| নো | সা | ঋ | ঋ | সা | ঋ | ঋ | নো | সা | নো | প |
| অ | ৰইণ্ | ণ | ৰে | ম | অই | না | প | অ | পী | ঈ |

| + | | | | ৩ | | | | ০ | | ১ |
|---|---|---|---|---|---|---|---|---|---|---|
| প | নো | নো | সা | নো | সা | ঋ | সা | ঋ | ঋ | ঋ |
| ভি | ই | ই | ভি | তা | আ | আ | ভি | চা | আ | আয় |

| + | | ৩ | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|
| ঋ | ম | ম | ম | ঋ | ঋ | নো | সা | নো |
| মু | ৰ | লা | ৰে | মা | ত | গু | উ | নি |

| + | | ৩ | | | | ০ | | | ১ |
|---|---|---|---|---|---|---|---|---|---|
| ঋ | ঋ | সা | ঋ | সা | নো | প | নো | নো | নো |
| কি | বি | লি | ই | ৰ | অ | জা | আ | আ | আয় |

( দ্বিতীয় অন্তৰাও প্ৰথম অন্তৰাৰ নিচিনা )

| ● | + | | ● | | + | | ○ | | + | | ● | + |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ॥ | । | । | । | । | । | । | । | । | । | । | ॥ | ॥ |
| পা | পা | পা | ঋা | গম | গা | ঋা | ঋগ | ঋম | গা | ঋা | সা | সা |
| চন্ | দন্ | গ | ন্ধ | তে | ধ | রে | ম | য়ূ | রে | চা | লি | ই |

| ○ | + | ● | | + | | ○ | + |
|---|---|---|---|---|---|---|---|
| ॥ | ॥ | । | । | । | । | ॥ | ॥ |
| পা | গা | ঋা | গা | পা | গা | ঋা | পা |
| জুর্ | দৈ | মে | ঘ | রে | ছাঁ | আ | তে |

## অন্তৰা

| + | | | ৩ | | ১ | | + | | | ৩ | | ১ | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | ম | প | ম | প | ম | পমজ্ঞ | ম | ম | ম | ম | প | ঋ | সা |
| | খাই | মৌ | ম | অউ | পি | য়া | মা | তে | মাত | অ | অ | মি | য়া |

| + | | | ৩ | | ১ | + | | | ৩ | ১ |
|---|---|---|---|---|---|---|---|---|---|---|
| ঋ | ঋ | প | প | প | ঋপম | ম | প | ঋ | প | প |
| মৌ | মা | খি | গীত | তো | ৰে | গু | গুণ্ | গুণ্ | ক | অই |

| + | | | ৩ | | ১ | | + | | | ৩ | | ১ | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | সা | সা | সা | ঋ | সা | সা | ঋ | সা | সা | সা | ঋ | সা | সা |
| ধ | ৰ | নী | সু | ৰে | ভ | ৰা | পা | তি | কাণ্ | জু | উৰ্ | ক | ৰা |

| + | | | ৩ | ১ | | + | | | ৩ | ১ |
|---|---|---|---|---|---|---|---|---|---|---|
| ঋ | ঋ | প | প | প | ঋপম | ম | ম | জ্ঞ | জ্ঞ | জ্ঞ |
| থ | ম | কি | বৈ | ৰ | অই | থ | ম | কি | ৰ | অই |

## ৭নং গীত

ভৈৰৱী - ঝাঁপতাল

### ১ম অস্থায়ী

| + | | ৩ | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|
| সা | সা | ধো | প | গ | ম | গমপ | ম | ম |
| হাঁ | হে | উ | ষা | পূ | বঃ | আ | কা | শে |

| + | | ৩ | | | ০ | | ১ | |
|---|---|---|---|---|---|---|---|---|
| গো | জ্ঞ | জ্ঞাগো | ম | ম | গো | গো | ৰো | সা |
| ধ | ৰ | ণী | জ্ঞ | জা | গি | ছে | ধী | ৰে |

### ২য় অস্থায়ী

| + | | ৩ | | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|---|
| র্সা | র্সা | নোর্সা | ৰ্ৰো | র্সা | নো | নো | ধো | পধোপ | ম |
| সু | নিৰ্ | ম | অ | ল | ত | ক | ৰা | আ | জি |

| + | | ৩ | | | ০ | | ১ | |
|---|---|---|---|---|---|---|---|---|
| ম | প | মপ | ধো | প | ম | গো | ৰো | সা |
| নি | শা | ৰ | অ | ন্তু | যা | ৰ | নী | ৰে |

**অন্তৰা**

+ ৩ ০ ১

ধো ম | নো সা | নোসো সা | সা সা

স জ্ঞা গ ৰা গ ৰা গি নী

+ ৩ ০ ১

সা গো | ৰো গা | নো নো | ধো প

তো লে সু ৰ ম য় ধ্ব নি

+ ৩ ০ ১

নো সা | নোসা ৰো সা | নো নো | ধো পধোপ ম

জ্ঞা গ ৰি ই ত স মী ৰ ম পে

+ ৩ ০ ১

ম প | মপ ধো প | ম গো | ৰো সা

পে লি ছে এ ত টি নী তী ৰে

## ৯নং গীত

জন্মাস্টমী বৰাৰী—ঢিমাতেতালা

### দিহা

```
[—  •        ১          | +          ৩       | •      | ১
    ||  ||  | ||  |  |  | ||  |  |   ||  ||  | ||  || | ||  ||•
    ম   প   | প   প  ধ্ৰ | ম   প  ম   ঋ   ঋ   | ম   প  | ধ্ৰ  সা
 —  ৰা  গ   | ৰে  ৰ  অ  | প   তে এ   উ   ঠি  | আ   হাঁ | সু  ৰ

+         ৩               •                  | ১                 | +            | ৩
|  |||•   ||  |  |   |  |  |  |   |  |  |  | | |  |  ||      | ||||
নি সং     ধ্ৰ  প  ম   মপ ম  প  প   মপ ম  প  ধ্ৰ | ম  প  ম         | ঋ
ৰা আ      আ  আ  আঙ  মে লি লি য়া  না ট ৰে ঙ  | আ  আ  আ         | আৰ্

•         ১               +               | ৩
|   |  ||   |  |  |•  |   |  |  |  |      | |  |  |  |
ম   প  ধ্ৰ   প  ধ্ৰ সা নিধ্ৰ ধ্ৰ প  পধ্ৰ ম     | ম  প  ধ্ৰ প
আ   না সুৰ  অ  ম  ৰ  অন্  দি য়া মা আন্     | অ  ভ  গ  অন্

•              | ১           | +           | ৩    |  —]
|  |  |  |     | |  |  |  |  | |  |  |  |  | |||| |
ম  প  প  পধ্ৰপ  | ম  প  ম  ঋ  | ম  প  ম  ঋ  | ঋ    |
ভ  বি  য  অক্   | উ  উ  ছ  অ  | ৰ  অ  ৰে এ  | পাৰ্  |  —
```

( পদটিও দিহাৰ নিচিনাকৈ গাব )

## ১০ নং গীত

### ঝুমুৰি ( তেলানা )—ঝাপতাল

#### ঘোষা

| + | | ৩ | | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|---|
| ম | ধ | ধ | ধ | ধপম | ম | ধ | প | ম | পধা |
| তা | ধৈ | প | অই | য়া | না | আ | চেঁন্ | না | চোঁ |

| + | | ৩ | | | ০ | | ১ | |
|---|---|---|---|---|---|---|---|---|
| ধা | প | ম | প | ধ | ম | পপ | ম | ম |
| পন্ | ধ | বী | ই | তে | তা | লে | না | চৌ |

#### ১ম পদ

| + | | ৩ | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|
| ধ | র্সা | র্সা | র্সা | ধ | র্সা | ধা | ম | মধার্সা |
| দ্রি | মি | কি | না | গা | বাৰ | বু | উ | লি |

| + | | ৩ | | ০ | | ১ | | |
|---|---|---|---|---|---|---|---|---|
| র্সা | ধা | র্সা | র্সা | ধ | পমো | ধ | প | ম |
| লি | ভাৰ | মা | তত্ | যা | আয় | খু | উ | লি |

| + | | ৩ | | | ০ | ১ | |
|---|---|---|---|---|---|---|---|
| ম | ধ | প | ধ | ধ্ঃ | র্সা | ধ | প |
| যা | আয় | খু | উ | উ | লি | ই | ই |

( বাকী কেইটি পদো প্ৰথম পদৰ নিচিনা )

## ১১ নং গীত

### ভাটিয়ালী মিশ্র—কাওয়ালী

১ম অস্থায়ী



২য় অস্থায়ী



১ম অন্তরা









( দ্বিতীয় অন্তরাও প্রথম অন্তরার নিচিনা )

## ১২ নং গীত

মাহুৰ মিশ্ৰ — খৰমাণ ( কাহাৰৱা )

১ম অস্থায়ী



২য় অস্থায়ী



অন্তৰা



সা সা । সা প । ধ ধ । ধ ঋ । ম । ম
ই ই ই ই । ই ই । ই ই । ই । ই

ঋ ম ম প ধ নো । ধ প । প নো । ধ প । ম । ম
যা আউ তি যু গী যা হ অই । থা কি ব ভ বি । ই

( বাকী দুটা অন্তৰাও প্ৰথম অন্তৰাৰ নিচিনা )

---

## ১৪ নং গীত

বৰোকো—দাদৰা

### ১ম বানা

সা সা ধ প ধ প । ম ঋ । ম প । ম ঋ । সা সা । ঋ ঋ
গী তৰ ধে নু বা গৰ । কা আড় । তা আল । মা নৰ । গু উ । উন্ সু

সা ঋ । ম প মা প । ধ সা । ধ ঋ সা ধ । প । প
ৰ বে । ৰ পত সা জি । কা চি । উ ঠে সুৰ চি । কু । উন্

### ২য় বানা

সা ঋ । সা ধ । প । ম ঋ । ম প । ম ধ । প । প
উ ঠে । সুৰ চি । কুল । উ ন্ । উ ঠে । সুৰ চি । কু । উন্

ম প । প ধ । প ধ । ধ ধ । প ধ ধ সা । ধ । প । ম
সু ৰৰ । ৰ পত । সা জি । কা চি । উ ঠে সু চি । কুন । অ । অই



( পদ বিলাকে' বনাৰ নিচিনাকৈ গাব। প্ৰত্যেক পদৰ শেষ চৰণ দ্বিতীয় বানাৰ শেষ চৰণৰ দৰে দোহাৰিব। )

---

## ১৩ নং গীত

মিশ্ৰ শ্যাম—ত্ৰিপটু ( তেওৰা )

১ম অস্থায়ী





২য় অস্থায়ী





### অন্তরা

\+ | ৩ | ১ | + | ৩ | ১

ম ম ম | প প | প প | ধ ধ ম | প ধ | র্সা র্সাপ |

উ ঠে গী | ত অ | বং গ | বা জে যে | মৃ ই | দং গ |

\+ | ৩ | ১ | + | ৩ | ১

ধ প ম | গ গ | ঋ সা | ম ম গ | গ ম | প ধপ ||

না চে অং | গ অ | না না | ত অ অং | গ তে | এ এ |

\+ | ৩ | ১ | + | ৩ | ১

গ প ধ | র্সা র্সা | র্সা র্সা | নি নি নি | ধ র্সানি ধ প |

গ গ ন | পু ট | বি ত | বি জ য় | স অং গী ত

\+ | ৩ | ১ | + | ৩ | ১

প ধ ধ প ধ প ম ম ম গ | গ ম প সোধপ

মো হ ন সু উ র অ ত বং গে | তে এ এ এ

---

### ১৬ নং গীত

### রামগিরি—ঢিমা তেতালা

### ১ম অস্থায়ী

\+ | ৩ | ০ | ১

সা ঋা গ | ঋা গ ঋা ঋা | গ প প গ | ঋা ঋা ঋা |

পু র বী | নি ই না আট | তো ও ন অব | ধে ফুট ই |

\+ | ৩ | ০ | ১

ঋা গ ম গ ঋা ঋা | সা | সা ||

ত বা আব ন গা আট | কা | আড় |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| ০ | | ১ | | + | | | | ৩ | |
| ॥ | ॥ | ॥॰ | ॥॰ | । | ।॰ | । | ।॰ | ॥॰ | ॥॰ |
| প | নো | সা | সা | নো | সা | নো | সা | সা | ঋ |
| চ | বি | ছে | জে | উ | তি | ই | ই | তা | ৰে |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| | | ১ | | | + | | | | ৩ | | |
| ॥॰ | ॥ | ॥ | । | । | । | । | । | । | । | । | ॥ |
| সা | নো | প | ম | গো | সা | গো | গো | ম | গো | ম | গো |
| বা | গি | নী | ৰ | থ | ত | নে | এ | এ | হে | এ | এ |

( আন কেইটি পদো প্ৰথম পদৰ নিচিনা )

অন্ত।

### অসমৰ সাহিত্য ৰথী, ৰসৰাজ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ অভিমত

## সুৰবিজয়।

* * * * * *

সঙ্গীত বিদ্যাৰ মৌ-কোহ প্ৰাচীন কামৰূপৰ সন্তান—বৰ্ত্তমান কালৰ আত্মবিস্মৃত অসমীয়া। স্বীকাৰ কৰিবই লাগিব যে পিতা-পুত্ৰ শ্ৰীযুত কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ আৰু শ্ৰীমান মুক্তিনাথ শৰ্ম্মা বৰদলৈৰ যত্ন আৰু চেষ্টাই সেই কাৰ্য্যত অনেক বল দিছে; আৰু **"সুৰ-বিজয়"** নামৰ তেওঁলোকৰ নতুন নাটে সেই কাৰ্য্যক আৰু গৰ্‌গৰীয়া কৰিলে। **"ছয়ৰাগৰ জন্মস্থান কামৰূপ"** এই সুসমাচাৰ (Gospel) শুনাবলৈ আজি **"সুৰ-বিজয়ে"** সকলোকে আহ্বান কৰিছে। সেই আহ্বান শুনি আমাৰ মনো আনন্দত আপ্লুত হৈছে। সঙ্গীত বিদ্যাত কামৰূপে যে চিৰকাল নিজৰ বিশেষত্ব ৰক্ষা কৰি সেই বিদ্যাত চৰম উৎকৰ্ষলাভ কৰিছিল, সেই কথা প্ৰাচীন—মহাভাৰত, ৰামায়ণ আদি সংস্কৃত গ্ৰন্থত থাকিলেও, সেই সমাচাৰ আজি স্পষ্টকৈ আমাক শুনাইছে **"সুৰ-বিজয়ে"**। এই বাবেই বৰদলৈ যুগলৰ **"সুৰ বিজয়ে"** অসমীয়াৰ পক্ষে সুসমাচাৰ। শুনা! শুনা! ৰাগ-ৰাগিণীৰ সম্ৰাট সম্ৰাজ্ঞী ভৈৰৱীৰ জন্ম আৰু কৰ্ম্মস্থান অসম কামৰূপ! এই গৌৰৱবিমণ্ডিত আনন্দৰ বাতৰি তোমাক বিতংকৈ দিছে **"সুৰ-বিজয়ে"**।

**"বাসন্তীৰ অভিষেক"** আৰু **"জুইত কোঁৱৰ"**ৰ দৰে **"সুৰ-বিজয়ো"** যে অসমীয়াৰ আদৰৰ পাত্ৰ হ'ব, তাত আমাৰ সন্দেহ নাই। ঈশ্বৰে পিতা পুত্ৰ বৰদলৈ যুগলক কুশলে ৰাখক।

**অসমৰ কবি সম্রাট, স্বনাম ধন্য সাহিত্যৰথী, অসম সাহিত্য সম্মিলনৰ অন্যতম সভাপতি ৰায়বাহাদুৰ শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা দেৱৰ অভিমত**

আপোনাৰ "সুৰ-বিজয়" পঢ়ি পৰম সন্তোষ লাভ কৰিলোঁ। আপোনালোক উভয়েই এই নাটিকাখন ৰচনা কৰা বাবে অশেষ ধন্যবাদৰ পাত্ৰ। আপোনালোকৰ পৰিশ্ৰম সাৰ্থক হৈছে। "বাসন্তীৰ অভিষেক" আৰু "লুইত কোঁৱৰ" দৰে এই গীতি নাটিকাখনেও চিৰকাল অসমীয়াৰ আদৰ পাব। অসমীয়া লৰা-ছোৱালীয়ে হেঁপাহেৰে ইয়াৰ অভিনয় কৰিব, আৰু ৰাইজেও সেই অভিনয় চাই তৃপ্তি লাভ কৰিব।

সঙ্গীত অতি পুৰণি বিদ্যা। সঙ্গীত শাস্ত্ৰত নৃত্যগীত আৰু বাদ্যৰ কথা পোৱা যায়। পুৰাণৰ পৰা জনা যায় যে দেৱতা সকলে প্ৰথমে নটৰাজ দেৱাদিদেৱ শঙ্কৰৰ ওচৰত তেওঁৰ মহাশ্ৰমত সঙ্গীত শিক্ষা কৰিছিল। শঙ্কৰৰ সেই মহাশ্ৰম নাটক পৰ্ব্বতত আছিল। দৰংজিলাৰ উত্তৰে দফলা পৰ্ব্বতত নাটক পৰ্ব্বত। নাটকাচলৰ নামনিত মানস-সৰোবৰৰ নিচিনা যিটো পদ্মমনি সৰোবৰ আছে তাৰ পৰা ভট্টাৰিকা (জীয়া ভৰলী), দিক্কৰিকা (দিকৰাই), বৃদ্ধগঙ্গা (বুঢ়ীগাং) আৰু স্বৰ্ণবহা (বৰগাং) হৈ দক্ষিণ মুখে বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। নাটকাশ্ৰমৰ দিব্যগায়ন সকলক গন্ধৰ্ব্ব বোলা হৈছিল। এই মহাশ্ৰম পুৰণি কামৰূপৰ ভিতৰত। ইয়াতে ছয় ৰাগৰ আৰু বিবিধ নৃত্যৰ জন্ম হৈছিল। ৰাগিণী মাটৈকে ৩৬ বিধ। তদুপৰি অনেক উপৰাগিণী আৰু মিশ্ৰ ৰাগিণী আছে। জ্যোতিষৰ দৰে সঙ্গীততো পুৰণি কামৰূপে যে বিশেষ উন্নতি সাধন কৰিছিল, সেই সুখৰ বাতৰি "সুৰ-বিজয়ে" ঘোষণা কৰিছে; আত্ম-বিস্মৃত অসমীয়া জাতিক অতীতৰ গৌৰৱ সোঁৱৰাই দিছে; পাহৰণিৰ আঁৰ কাপোৰ গুচাই দেশ-জননীৰ মহিমা মণ্ডিত মুখখনি চাবলৈ উদগাইছে।

মোৰ আন্তৰিক ধন্যবাদ আৰু নমস্কাৰ গ্ৰহণ কৰিব। ইতি।

আপোনাৰ বিনীত
শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা।
৮।১০।৩৫